আদান - প্ৰদান

# আই গঙ্গা

ভৈৰব প্ৰসাদ গুপ্ত
অনুবাদ
হেমেশ্বৰ দিহিঙ্গীয়া

নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# ভূমিকা

স্বাধীনতাৰ পিছত হিন্দী উপন্যাসৰ নতুন যুগ আৰম্ভ হৈছিল আৰু তাৰ মূলত আছিল গাঁৱৰ প্ৰতি এটা নতুন চেতনা আৰু দৃষ্টি। ইয়াক স্বাধীনতা সংগ্ৰামৰ সংবেদনাৰেই প্ৰসাৰণ বুলি মানি লোৱা উচিত কিয়নো গান্ধীজীয়ে প্ৰথমতে গাঁৱক দেশৰ 'প্ৰাণ কেন্দ্ৰ' হিচাপে মানি লৈ তেওঁৰ স্বাধীনতা সংগ্ৰাম আৰম্ভ কৰিছিল। উপন্যাসত প্ৰেমচান্দ এই পৰম্পৰাৰ পুৰোধা আছিল।

কিন্তু সেই পৰম্পৰাৰ বিশেষত্ব আছিল গাঁৱক সমতুল্য আৰু এটা সাধাৰণ সমষ্টি হিচাপে নাচাই কোনো অঞ্চল বিশেষক কেন্দ্ৰ কৰি তাৰ জাতীয় প্ৰবৃত্তিক মানৱীয় তথা আৰ্থিক সম্বন্ধৰ সন্দৰ্ভত অধ্যয়ন কৰা। এই উপন্যাসখনত এক প্ৰকাৰৰ সমাজতাত্ত্বিক দৃষ্টিৰ প্ৰৱেশ আছিল।

ইয়াৰ লগতেই হিন্দী সাহিত্যত আধুনিকতাৰ প্ৰৱেশৰ লগে লগে পৰম্পৰাৰ পৰা বিমুখ হোৱা বা তাক অস্বীকাৰ কৰাৰ এটা সমান্তৰাল আন্দোলন আৰম্ভ হৈছিল যি স্বাভাৱিকতে নগৰকেন্দ্ৰিক হৈ পৰিছিল।

সেই কাৰণে 'ভাৰতীয় উপন্যাসৰ' পৰিচয় গাঁও আৰু অঞ্চল কেন্দ্ৰিক উপন্যাসবোৰৰ জৰিয়তেহে পোৱা যায়। "আই গঙ্গা" সেই পৰম্পৰাৰ প্ৰথম উপন্যাসবোৰৰে এখন।

এনেয়ে নামটোৰ পৰাই স্পষ্ট হয়, লেখকে পৰম্পৰাক এক প্ৰবাহিত ধাৰাৰ ৰূপত দেখিছিল যি প্ৰাচীন কালৰে পৰা আজিলৈকে জনজীৱনক সৰ্বদায় নতুন শক্তি আৰু উৰ্ব্বৰতা প্ৰদান কৰি আহিছে। এই দৃষ্টিৰ পৰা "আই গঙ্গা" এখন প্ৰতীক শীৰ্ষক উপন্যাস। সেই কাৰণে, এই উপন্যাস খনক এটা পৌৰাণিক গল্পতকৈ অধিক ব্যাপক ভাবে প্ৰস্তুত কৰা হৈছে বা ইয়াক পৌৰাণিক গল্পৰেই এটা নতুন ৰচনাত্মক ব্যাখ্যা বুলি ধৰি ল'ব পাৰি। আচলতে গোটেই উপন্যাসখন সেই ব্যাখ্যাৰেই ৰচনাত্মক প্ৰসাৰণ, য'ত "গঙ্গা" উপন্যাসখনৰ প্ৰধান চৰিত্ৰ আৰু তাৰ মহত্ত্বপূৰ্ণ বিশেষত্ব। যেনেকৈ পৌৰাণিক গল্পত পোৱা যায়, তেনেকৈ গঙ্গাক প্ৰধান চৰিত্ৰ কৰি তাক "মানৱীয়কৰণ" কৰা হোৱা নাই আৰু তাৰ সলনি এক স্পষ্ট বাস্তৱিকতাৰ সন্দৰ্ভত এনে ভাবে সংঘটিত হৈছে ঃ যেতিয়া বান আহে তেতিয়া নদীয়ে যিমান বেচি নষ্ট কৰে বান যোৱাৰ পিচত নদীৰ পাৰত থকা পথাৰ বোৰক সিমান বেচি সাৰুৱা কৰি থৈ যায়। উপন্যাসখনত অতি মহত্ত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা চৰিত্ৰ হ'ল মটৰু, যাৰ জীৱনৰ ঘটনাবোৰে এই কথাষাৰৰ সত্যতাৰ সাক্ষ্য বহন কৰে। অৱশ্যে তাতোকৈও

বেচি মহত্ত্বপূৰ্ণ হ'ল আই গঙ্গাৰ ভূমিকা। সেই অৰ্থত গঙ্গা হ'ল আই, মাতৃ। লেখকে সতৰ্কতাৰে কাহিনীৰ এই দিশটোক ভাৱাকুলতাৰে বচাবলৈ চেষ্টা কৰিছে। গঙ্গা 'পানী'ও, মাটিও। সেই কাৰণে 'গঙ্গা'ৰ লগত মটৰুৰ যিমান বেচি আন্তৰিক সম্বন্ধ, তাৰ পাৰত থকা মাটিৰ লগতো সেই একে সম্বন্ধ।

আধুনিক পাশ্চাত্য উপন্যাসবোৰৰ বিপৰীতে এই উপন্যাসখনত 'মানুহ প্ৰকৃতিৰ বিৰুদ্ধ' নহয় কাৰণ প্ৰকৃতিয়েই তাৰ অস্তিত্বৰ অনিবাৰ্য্য সোঁত। লেখকে সেই অঞ্চলৰ পানী, মাটি আৰু বতাহক যি ভাবে বাৰে বাৰে প্ৰশংসা কৰিছে, সেই প্ৰশংসা ৰোমান্টিকতাৰ প্ৰভাৱত কৰা নাই, বৰং কথা ক্ষেত্ৰৰ জন-জীৱনত মানুহ আৰু প্ৰকৃতিৰ মাজত যি সহজ আত্মীয়তা আৰু অন্তৰঙ্গতা আছে আৰু যি প্ৰকাৰান্তৰে তাৰ মানুহৰ চিন্তা ভাবনাক আৰু জীৱন পদ্ধতিক নিৰ্ধাৰিত কৰে, তাৰ সূচনা দিবলৈ কৰিছে।

সৰু কলেবৰৰ 'আই গঙ্গা' উপন্যাস খনক লেখকে তিনিটা অধ্যায়ত শেষ কৰিছে য'ত উপন্যাসখনৰ প্ৰধান লক্ষ্য হ'ল সামাজিক পুৰণি ৰীতি-নীতিৰ বিৰুদ্ধে কৰা সংৰ্ঘষক গোপী, নবৌয়েক আৰু তেওঁলোকৰ পৰিয়ালটোৰ যোগেদি ব্যক্ত কৰা। যেতিয়াই কোনো গল্পকাৰে কোনো জনপদক কথাৰ কেন্দ্ৰ কৰে, তেতিয়া কোনো এটা পৰিয়ালক এটা সমষ্টি হিচাপে বাছিব লগীয়া হয়। কেতিয়াও পৰম্পৰাগত ভাবে চলি অহা সামাজিক ৰীতি-নীতি উলঙঘন নকৰা গোপীৰ ক্ষত্ৰিয় পৰিয়াল এপিনে ভাগি যায় আৰু আনপিনে সমাজৰ পুৰণি-ৰীতি-নীতিও ভাগি যায়। লেখকে প্ৰগতিশীল বিচাৰ ধাৰাৰ পক্ষ লৈছে আৰু উপন্যাসখনত সেই বিচাৰ ধাৰাৰ সোঁত শেহলৈকে বৈ আছে। তাৰ লগতে লেখকে এটা সুন্দৰ আৰু অন্তৰ্স্পৰ্শী প্ৰেমৰ কাহিনীও পাঠকৰ আগত দাঙি ধৰিছে। উপন্যাসত লেখকে এটা সামন্তীয় পৰিয়াল-ব্যৱস্থাৰ বিঘটন দেখুৱাইছে আৰু তেওঁৰ মতে কোনো বিঘটন বিনা শোকজনক ঘটনাৰ দ্বাৰা সম্ভৱ নহয় বুলি এটা শোক জনক ঘটনাৰ অৱতাৰণা কৰি লেখকে নিৰ্ভীক বিদ্ৰোহৰ দ্বাৰা সেই শোক জনক ঘটনাটোক পিচত অনুসৰণ কৰা দুঃখ কষ্টৰ পৰা নায়ক আৰু নায়িকাক মুক্তি দিয়াইছে।

উপন্যাসিকে প্ৰধান ঘটনাস্থল সেই গ্ৰাম্য অঞ্চলটোক প্ৰশংসা কৰা নাই; তাৰ প্ৰমাণ হ'ল সেই অঞ্চলৰ বাসিন্দা সকলক যিমান নিৰ্ভীক, স্বচ্ছন্দ আৰু স্বাস্থ্য বান বুলি কোৱা হৈছে; মানসিক দিশৰ পিনৰ পৰা সিমান পিচ পৰা বুলিও কোৱা হৈছে। লেখকৰ মতে সেই বাসিন্দা বিলাকৰ সৰলতা আৰু মূঢ়তাই সীমা অতিক্ৰম কৰিছিল আৰু মূঢ়তাৰ কাৰণেই তেওঁলোকে নিজৰ বিপদ মাতি আনিছিল। তেওঁ কৈছে, "সিহঁত যিমান স্বচ্ছন্দ, স্বাধীন আৰু শক্তিমান সিমান মূৰ্খও। সিহঁতে কথায়-কথায় লাঠি তোলে, মৰামৰি কৰে আৰু মানুহৰ প্ৰাণ লয়, পথাৰত জোৰ কৰি আনৰ শস্য কাটে আৰু ভঁৰালত জুই লগাই দিয়ে ইত্যাদি। এই বোৰ ঘটনা তাত দৈনন্দিন হৈ থাকে আৰু সিঁহতে সেইবোৰক সাধাৰণ ঘটনা বুলিয়েই ভাবে।' (৬৬ পৃঃ)

সেই কাৰণে, গাঁৱত যি নতুন চেতনাৰ কথা উপন্যাসত ইতিপূৰ্বেই উল্লেখ কৰা

হৈছে তাত এই পিচপৰা, অনুন্নত মানসিক বোধৰ বিৰুদ্ধে অভিযান চলোৱাৰ কথাও উল্লেখ কৰা আছে। সেই সময়ৰ হিন্দী উপন্যাসিক সকলৰ ভিতৰত ফনীশ্বৰ নাথ ৰেণু আৰু নাগাৰ্জুনেও নিজৰ নিজৰ উপন্যাসত সেই সত্যতাক জগাই তুলিছিল।

উপন্যাসখনৰ শেষভাগত মটৰুৰ যোগেদি যি ছবি অঁকা হৈছে, সেই ছবি আৰ্থিক শোষণৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ ছবি। স্বাধীনতাৰ পিচতো আমাৰ সামাজিক আৰ্থিক ব্যৱস্থাত শোষণ আগৰ দৰেই চলি আছে। উপন্যাসত যি বোৰ গাঁৱৰ পালোৱানৰ কথা উল্লেখ কৰা হৈছে, তেওঁলোকে মালযুঁজত বিপক্ষ প্ৰতিদ্বন্দীক পৰাস্ত কৰি গাঁৱত খ্যাতি অৰ্জন কৰে। কিন্তু মটৰু এজন বিখ্যাত পালোৱান হলেও, সেই বৃত্তি ত্যাগ কৰি 'সামূহিক পালোৱানী' (সামূহিক সংঘৰ্ষ) আৰম্ভ কৰি আৰ্থিক শোষণৰ বিৰুদ্ধে এক সৰুসুৰা বিদ্ৰোহ আৰম্ভ কৰিছিল। মটৰূ গোটেই উপন্যাসখনৰ সূত্ৰধাৰ যি এপিনে সমাজৰ কু-সংস্কাৰবোৰ দূৰ কৰিবলৈ সমাজৰ বিৰুদ্ধে থিয় হৈছিল আৰু লগে লগে আৰ্থিক শোষনৰ বিৰুদ্ধে যুঁজিছিল।

'আই গঙ্গাৰ' ভাষা আৰু প্ৰকাশ ভঙ্গী সৰল আৰু সুপাঠেয় কিন্তু মাজে মাজে প্ৰয়োজন অনুসাৰে কঠিন ভাষাও প্ৰয়োগ কৰা হৈছে। লেখকে যি ডোখৰ ঠাইৰ কথা তেওঁৰ উপন্যাসত উল্লেখ কৰিছে তাৰ স্থানীয় বাসিন্দা সকলৰ কথিত ভাষা প্ৰয়োগ কৰিছে কাৰণ তাকে নকৰি তেওঁলোকৰ মুখত মাৰ্জিত, শুদ্ধ ভাষা উচ্চাৰণ কৰোৱাহেঁতেন কৃত্ৰিমতাৰ আশ্ৰয় লৈ লেখক এক বিচিত্ৰ বৰ্ণ সংকৰৰ চিকাৰ হল হেঁতেন।

কিন্তু উপন্যাস খনৰ সেই সৰলতাই নিজৰ অস্তিত্বক উহ্য ৰাখি জটিলতাক লগত লৈ আগবাঢ়ি গৈ আছে- যি দৰে তৰঙ্গিত উপৰিভাগৰ তলত 'হিমশিলা' লুকাই থাকে। ইয়াক উপন্যাসৰ এক সংস্থান সম্বন্ধীয় বিশেষত্ব আৰু ৰচনাত্মক উপলব্ধি বুলি মানি লোৱা হয়। য'ত জটিলতাৰ এনে পৰিপাক হয় আৰু সৰল অভিব্যক্তি প্ৰণালীত মিহলি হয়, তাতেই ৰচনাত্মকতাৰ জন্ম হয়। সেই দৃষ্টি কোণৰ পৰাও "আই গঙ্গা" এখন অতি মহত্ত্বপূৰ্ণ উপন্যাস। উল্লেখযোগ্য যে সেই সময়ৰ কোনো হিন্দী ঔপন্যাসিকৰ উপন্যাসত এনে ধৰণৰ বিশেষত্ব পৰিলক্ষিত হোৱা নাই। এটা সহজ গল্পৰ আনুষঙ্গিক বিষয়ক আধাৰ হিচাপে লৈ সেই কালৰ বুনিয়াদী সমস্যাবোৰক একেলগে সামৰি লোৱাটো "আইগঙ্গা"ৰ প্ৰধান বিশেষত্ব। সেই কালৰ উপন্যাসবোৰত অনেক চৰিত্ৰ ঠাঁহ খুৱাই থৈছিল কিন্তু আই গঙ্গা'ত চৰিত্ৰৰ সংখ্যা কম আৰু সেই মুষ্টিমেয় চৰিত্ৰ কেইটাক লেখকে এনে সুন্দৰভাবে আঁকিছে যি দক্ষতা অনেক উপন্যাসিকৰ নাই। "আই গঙ্গা"ত লেখকে তাৰ পৰিবেশ মাটি, পানী আৰু বতাহকো একোটা চৰিত্ৰ-ৰূপ দিছে। কোৱো বাহুল্য যে এই উপন্যাসখনৰ চৰিত্ৰবোৰৰ পৰা মানুহৰ সম্বন্ধে অনেক নতুন জ্ঞান আহৰণ কৰিব পাৰি। সেইটো লেখকে সীমিত ক্ষেত্ৰত ৰাখিছে যদিও তাক সীমাবদ্ধ কৰা নাই। "আই গঙ্গা"ৰ বিষয়-বস্তু বিশ্ব জনীন আৰু সেই কাৰণেই উপন্যাসখনক ফৰাচী ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰাৰ পিচত্‌ তাত উপন্যাসখনে খ্যাতি অৰ্জন কৰিছে।

বৰ্ত্তমান যুগত "আই গঙ্গা"ৰ মহত্ত্ব অতি বেচি এই কাৰণেই যে-বৰ্ত্তমান বিশ্বত

প্ৰকৃতিৰ বিৰুদ্ধে অভিযানৰ পৰিণতিৰ শাস্তি মানুহে ভোগ কৰিছে। আজি পৃথিৱীত পাৰিপাৰ্শ্বিকতা সংকট তাৰেই পৰিণাম। গঙ্গা অতীত আৰু বৰ্ত্তমানৰ মাজত নিৰন্তৰতাৰ পৰম্পৰা। এই পৰম্পৰাই প্ৰকৃতি আৰু মানুহক অবিচ্ছিন্ন কৰি ৰাখিছে। সেয়েই হ'ল প্ৰকৃতিৰ পৰা মানুহে পোৱা আশ্বাসৰ আশীৰ্বাদ। আজিও মানুহে প্ৰকৃতিৰ লগত সেই অবিচ্ছিন্নতা অনুভৱ কৰে। "আই গঙ্গা"ৰ অধ্যয়ন এই সকলো প্ৰসঙ্গ সামৰিহে কৰা উচিত।

**বিজয় মোহন সিং**

# এক

সেইদিনা ৰাতিপুৱা গোপীচন্দ্ৰৰ বিধৱা বৌয়েক ঘৰৰ পৰা নিৰুদ্দেশ হোৱাত বদনামৰ পৰা হাত সাৰিবলৈ চুবুৰীটোৰ মানুহবোৰে স্থিৰ কৰিলে কথাটো যেন সিহঁতৰ ওচৰতেই গোপনীয়হে থাকে আৰু বাহিৰৰ মানুহে গম নাপায়, কিন্তু গোপনীয় কৰি ৰাখিবলৈ যিমানেই চেষ্টা নকৰক কথাটো পুলিচৰ কাণত পৰিল আৰু লগে লগে এটা চিপাহী আৰু গাঁৱৰ চকীদাৰটোক লৈ থানাৰ দাৰোগা গোপীচন্দ্ৰৰ ঘৰলৈ আহিল। দাৰোগা আহিবৰ সময়ত গোপীচন্দ্ৰৰ ঘৰত চুবুৰীটোৰ মানুহকেইটামান বহি আছিল। দাৰোগাক দেখি সেই মানুহকেইটাৰ মুখৰ ৰং কেঁহেৰাজৰ নিচিনা হ'ল যেন সিন্ধি খানি থাকোঁতেই চোৰক গিৰিহঁতে হাতে হাতে ধৰি পেলালে।

দাৰোগাই মানুহ কেইটালৈ তীক্ষ্ণ দৃষ্টিৰে চাই চিপাহীটোক গৰ্জি ক'লে, "কি চাই আছ বান্ধ ইহঁতক, হাতকেড়েয়া মাৰ।" সেই একে সুৰতে তেওঁ চকীদাৰটোক ক'লে, "যা, গাঁওবুঢ়াক মাতি আন।" কৈয়েই দাৰোগা চোতালতে পাৰি থোৱা তক্তাপোচ এখনত বহিল। খঙত তেওঁৰ চকুৰ পৰা যেন জুই ফিৰিঙতিহে ওলাবলৈ ধৰিলে।

মানুহবোৰ ভয়ত পেপুৱা লাগিল। সিহঁত তলমূৰ কৰি কাঠৰ পুতলাৰ দৰে য'তে আছিল ত'তে থিয় হৈ ৰ'ল। কাৰো মুখত মাত নাই। থাকিবই বা কেনেকৈ? চিপাহীটোৱে সকলোকে হাতকেড়েয়া মাৰি দাৰোগাৰ ওচৰলৈ আনি মাটিত বহুৱাই দিলে।

ইতিমধ্যে গাঁৱৰ অনেক মানুহ আহি গোপী চন্দ্ৰৰ ঘৰত গোট খালে। ইমান পৰ মনে মনে থকা গোপীচন্দ্ৰৰ মাকে দুৱাৰমুখত বহি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। হঠাতে বোৱাৰীয়েকৰ কাৰণে বুঢ়ীৰ অন্তৰখন কিয় কান্দি উঠিল কোনেও নাজানিলে। বাত-বিষৰ কাৰণে খোজ কাঢ়িব নোৱৰা গোপীচন্দ্ৰৰ বুঢ়া বাপেক ইমান পৰে ঘৰৰ এচুকত মনে মনে শুই আছিল। বাহিৰত গণ্ডগোল শুনি কি হৈছে তেওঁক কোনেবাই কবহি বুলি বুঢ়াই আশা কৰি থাকিল।

গোপীচন্দ্ৰ গাঁৱৰ এজন চহকী খেতিয়ক আছিল। শকত আৰু আটিল শৰীৰৰ ত্ৰিশ বছৰ বয়সীয়া গোপীচন্দ্ৰই কাকো ভয় নকৰিছিল আৰু তাৰ মুখলৈ চাই গাঁৱৰ কোনেও কথা কবলৈ সাহ নকৰিছিল। সেই কাৰণে তাৰ ঘৰত এনে এটা ঘটনা ঘটা সত্ত্বেও তাৰ বিৰুদ্ধে কোনেও এষাৰ কথা কোৱা নাছিল। তেনে ক্ষমতা থকা মানুহ এটাই দাৰোগাক এষাৰো কথা কিয় কোৱা নাছিল দেখি মানুহবোৰ আশ্চৰ্য্য হৈছিল। কিন্তু গোপীচন্দ্ৰৰ দোষেই বা কি? সেই ৰাজপুতৰ গাওঁখনত কোনো এজনী বিধৱাৰ কাৰণে সেইটো নতুন কথা নহয়। গোপীচন্দ্ৰই অনেক বিধৱাক জানে যি পৰিয়ালৰ মুখ ক'লা কৰি ঘৰৰ পৰা

পলাই গৈছে বা কুৱাঁত জাপ দি মৰিছে। কিন্তু তাৰ বৌয়েকৰ ঘৰখনত বিশেষ সন্মান আছিল। এনেকৈ মনে মনে ঘৰ এৰি পলাই গৈ তাৰ বৌয়েকে পৰিয়ালৰ মান-মৰ্য্যাদা নষ্ট কৰি দিলে। হয়তো সেই কাৰণেই লাজ আৰু অপমানত গোপীচন্দ্ৰৰ মুখৰ পৰা এটা কথাও ওলোৱা নাছিল।

সাধাৰণ মানুহৰ লগত সম্পৰ্ক ৰখাটো পুলিছে পছন্দ নকৰে। অতি বেছি তেনে শ্ৰেণীৰ অপৰাধীক দু চৰ-এচৰ লগাই দিয়ে বা ডাবি ধমকি দি তিৰস্কাৰ কৰে। পুলিছে জানে সিহঁতৰ লগত বেচি সম্পৰ্ক ৰখা মানে সময় নষ্ট কৰা। গতিকে পুলিচে ধনী অপৰাধীক পছন্দ কৰে। দাৰোগাই গোপীচন্দ্ৰৰ ঘটনাটোত যি ৰূপ দেখুৱালে প্ৰশ্ন উঠে তেওঁক কুকুৰে কামোৰা নাছিলতো?

গাওঁবুঢ়া অহাৰ লগে লগে দাৰোগাৰ খঙৰ মাত্ৰা বেচি হ'ল কিন্তু সেই খং তেওঁ প্ৰ কাশ নকৰিলে। আহিয়েই গাওঁবুঢ়াই এনে ভাৱ দেখুৱালে যেন সকলোকে হাত-কেড়েয়া মাৰি দাৰোগাই ঠিক কামেই কৰিছে। তেওঁ গোপীচন্দ্ৰ আৰু বাকী অপৰাধীবোৰক কেইটামান টান কথা শুনাই তেওঁৰ গাৱঁত এনে এটা বেয়া ঘটনা ঘটাৰ কাৰণে তেৱেঁই যে দোষী তাৰ বাবে মাৰ্জনা কৰিবলৈ কোৱাৰ সুৰত দাৰোগাৰ সপক্ষে ক'লে, "চাৰ, এই গোপীচন্দ্ৰই এবাৰ জেলৰ বতাহ খাই আহিও একো নিশিকিলে। ইয়াক আকৌ জেললৈ পঠাওক, মই তাক আৰু কিমান বচাম। সি এইটো কথাও নাজানে যে এবাৰ জেললৈ যোৱাৰ পিচত দ্বিতীয়বাৰ অপৰাধ কৰিলে তাৰ বাবে কোনো সাক্ষী বা প্ৰমাণৰ আৱশ্যক নহয়।" তেওঁ আন মানুহবোৰক লক্ষ্য কৰি ক'লে, "মই তহঁতকো কওঁ তহঁতেও কম দোষ কৰা নাই। এই মানুহটোৱে বেয়া কৰিলে আৰু তহঁতে তাক সমৰ্থন কৰিলি। এইবাবে তহঁতেও শাস্তি পোৱা উচিত।"

গাওঁবুঢ়াই কথা শেষ কৰাৰ পিচত দাৰোগাই ক'লে, "শুনক গাওঁবুঢ়া, এইটো এটা দুৰ্ঘটনা হোৱাহেতেন কোনো কথা নাছিল কিন্তু এইটো দুৰ্ঘটনা নহয়, এটা স্পষ্ট পুলিচৰ চকুত ধূলি মৰাৰ কথা। এইবাবে ময়ো কাৰোবাক জবাব দিব লাগিব।" কৈ দাৰোগাই অৰ্থপূৰ্ণ দৃষ্টিৰে গাওঁবুঢ়ালৈ চালে।

গাওঁ বুঢ়াই বুজিলে। 'চৰায়ে চৰাইৰ ভাষা বুজি পায়।' তেওঁ হাতটো মেলি দাৰোগাৰ হাতত ধৰি তাৰ পৰা আন এঠাইলৈ লৈ গ'ল।

দহমিনিটমানৰ পিচত দুয়ো ঘূৰি আহিল আৰু দাৰোগাই টোকাবহী আৰু পেঞ্চিল বাহিৰ কৰি গোপীচন্দ্ৰক ক'লে, "গোপীচন্দ্ৰ, এতিয়া তোমাৰ জবানবন্দী দিয়া।" তাৰ পিচত তাত গোটখাই থকা মানুহবোৰলৈ চাই চিপাহীটোক ইঙ্গিত দিলে।

চিপাহীটোৱে মানুহবোৰক তাৰ পৰা যাবলৈ ক'লে। গোপীচন্দ্ৰই নিজৰ জবানবন্দী নিদিয়াকৈয়ে দাৰোগাই তেওঁৰ টোকাবহীত গোপীচন্দ্ৰৰ উক্তিৰ ভিত্তিত লিখিলে, 'হাতৰ এডাল ৰচী আৰু এটা কলহলৈ কুৱাঁৰ পৰা পানী আনিবলৈ যাওঁতে নিৰুদ্দেশ হোৱা বিধৱা মানুহজনী কুৱাত পৰি মৰিল।' গোপীচন্দ্ৰৰ ধনৰ মোনাটো খোলখালে আৰু আইনৰ

মুখখন বন্ধ হ'ল। কাহিনীটো তাতে শেষ হ'ল।

তাৰ পিচত গাৱঁত মানুহবোৰে নানা কথা আলোচনা কৰিলে কিন্তু শেহত দুৰ্ভাগিনী মৃত মানুহজনীৰ আত্মাক মিছাতে কষ্ট দিয়া হ'ব বুলি ভাবি মানুহে তেওঁৰ বিষয়ে আলোচনা কৰিবলৈ বন্ধ কৰিলে। কিন্তু ....

# দুই

মাক- দেউতাকৰ দুটা সন্তান-মানিকচন্দ্ৰ আৰু গোপীচন্দ্ৰ। মানিকচন্দ্ৰ ভায়েক গোপীচন্দ্ৰতকৈ দুবছৰৰ ডাঙৰ আছিল। খেতি কৰিবৰ কাৰণে দেউতাকৰ এহাল গৰু আৰু গাখীৰৰ কাৰণে এজনী ম'হ আছিল। দুয়ো ককাই-ভায়েকে ম'হৰ গাখীৰ খাইছিল আৰু ব্যায়াম কৰিছিল। দেউতাকে সিহঁতক ষাঁড়ৰ নিচিনা স্বাধীনতা দিছিল আৰু কোনো চিন্তা নকৰি এৰি দিছিল। কোনো কাম বন নকৰি হেলাৰঙে ঘূৰি ফুৰাৰ দিনত ব্যায়াম কছৰৎ কৰি শৰীৰটো গঢ়ি নুতুলিলে পিচত জীৱনৰ জুৱাখেল আৰম্ভ হ'লে গঢ়ি তোলাৰ সময়নো থাকিব ক'ত?

ডেকা কালৰ স্বাধীনতা, চিন্তাহীন জীৱন, খাবলৈ প্ৰচুৰ গাখীৰ আৰু অন্যান্য খাদ্য, ব্যায়াম আৰু কছৰৎ এই সকলোবোৰৰ সংমিশ্ৰণত মানিকচন্দ্ৰ আৰু গোপীচন্দ্ৰৰ শৰীৰ সাঁচত কটা মূৰ্ত্তিৰ দৰে গঢ়ি উঠিছিল। সিহঁতৰ আটিল, সুন্দৰ আৰু সুঠাম দেহ ব্যায়াম কেন্দ্ৰলৈ ব্যায়াম কৰিবলৈ যোৱা সকলো যুৱকৰ দেহ বোৰতকৈ বেচি আকৰ্ষণীয় আৰু সুন্দৰ আছিল আৰু ব্যায়াম কৰি যেতিয়া খালী গাৰে দুই ককাই ভাই ঘৰলৈ উভতি আহিছিল, সিহঁতক দেখি মাক দেউতাকে ৰাম লক্ষ্মণৰ লগত তুলনা কৰি অপাৰ আনন্দ পাইছিল আৰু দুয়োৰে মঙ্গলৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছিল।

প্ৰশংসা যিমান মধুৰ তাৰ কাৰণে লালায়িত হোৱা সিমান বেয়া। প্ৰশংসাই মানুহক অন্ধ কৰে। এই ককাই ভায়েকৰ ধুনীয়া শৰীৰ আৰু গাৰ বলৰ প্ৰশংসা গাৱঁৰ মানুহে ইমান বেচিকৈ কৰিবলৈ আৰম্ভ কৰিলে যে লাহে লাহে সেইটো সিহঁতৰ এটা নিচা হৈ পৰিল আৰু শৰীৰক বেচি সুন্দৰ, বেচি আটিল আৰু বেচি শক্তি শালী কৰিবলৈ সিহঁত উঠি পৰি লাগিল। সিহঁতৰ মাক-দেউতাকৰ মুখত সদায় একেটা কথা, মানিক আৰু গোপীয়ে গাওঁখনৰ আৰু বংশৰ নাম উজ্জ্বল কৰিব। তেওঁলোকে পুতেকহঁতৰ শৰীৰৰ উন্নতিৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিলে ঘৰত কাবুলী বাদাম, ছাগলী গাখীৰ, ঘিউ, মৌ, মাখন আৰু ফলৰ আমদানী হ'ল আৰু গাখীৰৰ কাৰণে আৰু এজনী ম'হ কিনিলে। দেউতাকে তেওঁৰ সকলো আয় পুতেকহঁতৰ শৰীৰৰ উন্নতিৰ কাৰণে খৰচ কৰিলে। তাৰ ফলত, অতিবেচি যত্ন লোৱাৰ কাৰণে বয়স অনুপাতে শৰীৰ দুগুণ আৰু বল তিনিগুণ বেচি হ'ল আৰু

পঁচিশ বছৰত ভৰি দিওঁতেই সিহঁতৰ শৰীৰ আৰু বল হাতীৰ নিচিনা হ'ল। যেতিয়া সিহঁত ব্যায়াম কৰিবলৈ ব্যায়াম কেন্দ্ৰলৈ দৌৰি যায়, সিহঁতে উশাহ লোৱাৰ শব্দ মানুহে দূৰৰ পৰাই শুনিবলৈ পায় যেন দুটা ষাঁড় হে গৈছে। সিহঁতৰ গাৰ ওজন ইমান বাঢ়িল যে ব্যায়াম কৰি থাকোতে সিহঁতৰ ভৰিৰ দাগ মাটিত বহি যায় আৰু যেতিয়া দুয়ো ককাই-ভায়েকৰ বাহু আৰু কৰঙ্গনে ঠেকা খায় তেতিয়া অনুমান হয় যেন পাহাৰত থকা দুচটা ডাঙৰ শিলহে ঠেকা খাইছে। ব্যায়াম কেন্দ্ৰত ব্যায়াম কৰি থাকোঁতে সিহঁতে গোটেই সংসাৰখন পাহৰি যায় আৰু গাৰ পৰা নৈৰ পানীৰ সোঁতৰ দৰে ঘাম গাৰ ওপৰেদি বৈ আহিলেহে সিহঁতৰ ঘৰলৈ উভতি অহাৰ জ্ঞান আহে। উন্নত শিৰ, আনক আদে শ দিয়াৰ চেহেৰা, তীক্ষ্ণ চকু, আকৰ্ষণীয় মোচ, শকত গলধন, বহল বুকু, বলিষ্ঠ বাহু আৰু পূৰঠ কৰঙ্গ'নৰ দুই ককাই ভাই যেতিয়া গাৱঁৰ বাটেদি গৈ থাকে মানুহে সিহঁতলৈ তধা লাগি চাই থাকে আৰু কয়, 'যিটো সময়ৰ কাৰণে আমি ইমানদিনে ৰৈ আছিলো সেই সময়টো এতিয়া আহি গ'ল। এতিয়া চাম কোনখন গাৱঁৰ বাপেকহঁতৰ পুতেকহঁতে কুস্তিত আমাৰ গাৱঁৰ এই বাঘ দুটাৰ আগত থিয় হ'ব পাৰে। কথাটো গোপী আৰু মানিকৰ দেউতাকৰ কাণত পৰাত তেওঁ গাৱঁৰ মানুহবোৰক ক'লে, "তহঁত আৰু কিছুদিন ৰচোন। ইহঁতভো এতিয়াও সৰু ল'ৰা।" তেওঁৰ কথাত গাঁৱৰ মানুহে উত্তৰ দিছিল, "তই সিহঁতৰ বাপেক আৰু বাপেকৰ চকুত তেওঁৰ ল'ৰা সদায় সৰু। আচল কথা ইহঁত সৰু হৈ থকা নাই। ইহঁতৰ এতিয়া গাৱঁৰ আৰু পৰিয়ালৰ যশ আৰু গৌৰৱ বঢ়াবৰ সময় আহিছে। এতিয়া কুস্তিত ইহঁতৰ সুনাম গাৱঁৰ ভিতৰতে নাথাকি জিলাৰ বাহিৰ হৈ গোটেই দেশখনতে বিয়পি পৰক। যদি তই এতিয়া দুৰ্বল মনৰ পৰিচয় দিয়, ইহঁতৰ সৰ্ব্বনাশ কৰিবি। এতিয়া ইহঁতক আন আন ঠাইৰ কুস্তিবীৰ বোৰৰ লগত যুজিবলৈ দে যাতে ইহঁতে গাৱঁৰ আৰু পৰিয়ালৰ যশ আৰু গৌৰৱ বৃদ্ধি কৰিবলৈ সুযোগ পায়।"

দেউতাকে পুতেকহঁতৰ শক্তি আৰু ক্ষমতা যে অনুমান কৰিব পৰা নাছিল এনে নহয় কিন্তু তেওঁ ভয় কৰিছিল যদি কুস্তিত পুতেকহঁত হাৰি যায়, যদি সিহঁতৰ ক্ষতি হয় ইত্যাদি, আৰু অনেক কথা। আচলতে পুতেকহঁতৰ প্ৰতি তেওঁৰ গভীৰ মৰম স্নেহ থকাৰ কাৰণে সিহঁতৰ অমঙ্গলৰ শংকা মনলৈ আহিছিল। সুনাম, যশ, গৌৰৱ আৰু টকা-পইচাৰ প্ৰতি লালসা কাৰনো নহয়? কিন্তু সেই লালসা আনৰ আগত প্ৰকাশ কৰি নিজক্বে লুভীয়া বুলি পৰিচয় দিয়া বুদ্ধিমানৰ কাম নহয়। গতিকে কুস্তি প্ৰতিযোগিতাত তেওঁৰ পুতেকহঁতে যোগদান কৰিলে তেওঁ অত্যন্ত সুখী হ'ব যদিও মনৰ সেইভাৰ প্ৰকাশ নকৰি ক'লে, "যদি তহঁতে তাকেই বিচাৰ মই তাত বাধা নিদিওঁ। সিহঁতৰ ওপৰত মোৰ যি অধিকাৰ আছে, গাঁৱৰ মানুহৰো সেই অধিকাৰ আছে। কিয়নো সিহঁত গাৱঁৰ পানী আৰু বতাহ খাই গাৱঁৰ মাটিতেই ডাঙৰ-দীঘল হৈছে। তহঁতে সিহঁতক ক। মই সিহঁতক সৰুৰে পৰাই স্বাধীনতা দি আহিছোঁ, সিহঁতে যি ভাল দেখে তাকে কৰিব।"

গাৱঁৰ মানুহে মানিকচন্দ্ৰ আৰু গোপীচন্দ্ৰক সুধিলে, "তহঁতৰ কোনটোৱে প্ৰথমতে

কুস্তি-খেলত ভাগ ল'বলৈ ইচ্ছা কৰ? বাহিৰৰ কুস্তিবীৰৰ লগত যুঁজিব লাগিব, প্ৰতিযোগিতাটো টান হ'ব।"

যেতিয়া ব্যায়াম কৰিবলৈ দুয়ো ককাই ভায়েকে ব্যায়াম কেন্দ্ৰলৈ গৈ ব্যায়াম কৰে তেতিয়া ইটোৱে আনটোক ঘোৰ প্ৰতিদ্বন্দী হিচাপে গণ্য কৰে। কিন্তু ব্যায়াম কেন্দ্ৰৰ বাহিৰত দুয়োৰে ভিতৰত মিলাপ্ৰীতি ইমান বেচি যে দুয়ো যেন ৰাম আৰু লক্ষ্মণহে। গোপীয়ে ক'লে, " মই থাকোঁতে ককাইদেৱে কুস্তি যুঁজিব নেলাগে। মা-দেউতা আৰু ককাইদেৱৰ আশীৰ্বাদত মোৰ লগত ফেৰ মাৰিবলৈ অহা কুস্তিবীৰ যিমানেই শক্তিশালী হওক মই তাক পৰাস্ত কৰিম।"

মানিক গোপীতকৈ বয়সত ডাঙৰ কিন্তু কুস্তিত গোপীতকৈ হীন। সেই কথাটো মানিকে জানিছিল। গতিকে গোপী কুস্তি যুঁজিবলৈ আগবঢ়াত গাঁৱৰ সকলো মানুহে আনন্দ পালে।

জৱাৰ গাঁৱৰ পালোৱান কেইজনে মানিক আৰু গোপীৰ বিষয়ে অনেক কথা শুনিছিল যদিও দেখা নাছিল। কিন্তু যি শুনিছিল তাতে ভয় খাই গাওঁখনৰ মাত্ৰ এজন পালোৱানৰ বাহিৰে আন সকলোৱে গোপীৰ লগত প্ৰতিদ্বন্দিতা কৰিবলৈ সাহ নকৰিলে। যিজনে গোপীৰ লগত যুঁজিবলৈ ইচ্ছা প্ৰকাশ কৰিলে তেওঁৰ নাম আছিল জোখু পালোৱান। জোখু পালোৱানৰ বয়স গোপীৰ বয়সৰ দুগুণ। ডেকাকালত জোখু পালোৱানৰ নাম শুনি সেই অঞ্চলৰ সকলো পালোৱান ভয়ত কঁপিছিল। লোহা মানুহ বুলি জনাজাত জোখুৰ সমকক্ষ পালোৱান সেই অঞ্চলত নাছিল আৰু জোখু কেতিয়াও কাৰো হাতত পৰাস্ত হোৱা নাছিল। কিন্তু মানুহৰ মুখত ভূয়সী প্ৰশংসা শুনি জোখুৰ মনলৈ এটা ভয় আহিছিল যদি সি হাৰে চিৰদিনলৈ তাৰ নাম লুপ্ত হ'ব। কিন্তু গোপীৰ লগত প্ৰতিদ্বন্দিতা কৰাৰ বাহিৰে জোখুৰ আন কোনো উপায় নাছিল। জোখু পালোৱান বুঢ়া হৈছিল আৰু সেইকাৰণে তাৰ এই শেষ যুঁজ খনত জিকাতকৈ হৰাৰ সম্ভাৱনাই বেচি আছিল। গাৱঁৰ বামুণৰ পৰা নাপিতলৈকে সকলোৰে মুখত গোপীৰ প্ৰশংসা শুনি তাৰ মনলৈ নিৰাশা আহিছিল আৰু সি ভয়ো খাইছিল। এবাৰ গোপীৰ লগত কুস্তিত প্ৰতিদ্বন্দিতা নকৰাৰ চিন্তাটো তাৰ মনলৈ আহিছিল আৰু সি যুঁজ নকৰিব বুলি কৈ দিয়াৰ কথাও ভাবিছিল, কিন্তু তেনে কৰিলে হৰাতকৈ তাৰ দুৰ্ণাম বেচি হ'ব বুলি ভাবি সেই ভাবনাটো বাদ দিছিল। কিন্তু জোখু বুঢ়া হ'লেও তাৰ ধমনীয়েদি পুৰণি তেজৰ প্ৰৱাহ তেতিয়াও বৈ আছিল। সেয়ে অনেক ভাবিগুণি সি গোপীৰ লগত যুঁজিবলৈ দৃঢ় সংকল্প হ'ল।

দেউতাকৰ সমবয়সী পালোৱানৰ লগত যুঁজিবলৈ গোপীৰ একেবাৰে ইচ্ছা নাছিল। সি বহুতদিনৰ পৰা আশা কৰি আছিল তাৰ সমবয়সী পালোৱানৰ লগত যুঁজিবলৈ যেন সুযোগ পায়। কিন্তু সেই সুযোগ নোপোৱাৰ কাৰণে সি বুঢ়া পালোৱান জোখুৰ লগত কুস্তিত যুঁজিবলৈ সাজু হ'ল।

জোখু পালোৱান আৰু গোপীৰ মাজত হ'ব লগা কুস্তি যুঁজখনৰ নিৰ্দ্ধাৰিত দিনটো

আহিল। সেইদিনা দুয়োখন গাৱঁৰ ৰাস্তাবোৰ আচল আৰু কাগজৰ ফুলেৰে সজালে। কুস্তি আৰম্ভ হোৱাৰ অনেক আগতেই দুয়োখন গাৱঁৰ মানুহ কুস্তিস্থলত আহি গোটখালে।

মাক-দেউতাকৰ আশীৰ্ব্বাদ লৈ সাজি কাচি, ডিঙিত ফুলৰ মালা পিন্ধি গাৱঁৰ মানুহৰ লগত গোপী কুস্তিস্থললৈ গ'ল। সকলোৰে মুখত হাঁহি আৰু আনন্দৰ চিন কিন্তু গোপীৰ মনত সেই আনন্দ নাছিল। দেউতাকৰ বয়সীয়া জোখুৰ লগত যুঁজিবলৈ তাৰ অলপো ইচ্ছা নাছিল।

এপিনৰ পৰা গোপীৰ দল আৰু আন পিনৰ পৰা জোখুৰ দলটো কুস্তিস্থলত প্ৰৱেশ কৰিলে। দুয়োটা দলে 'হনুমানৰ জয়' আৰু 'জয় শংকৰ' বুলি উচ্চৈস্বৰে জয়ধ্বনি কৰিলে। আগৰ দিনত দেশত যুদ্ধ লাগিলে যুদ্ধৰ শিঙা বজাই সকলোকে উত্তেজিত কৰাৰ নিচিনাকৈ কুস্তি স্থলতো শিঙা আৰু অন্যান্য বাদ্যবোৰ বাজিবলৈ ধৰিলে। চাৰিও পিনৰ পৰিবেশত বীৰৰসৰ সঞ্চাৰ হ'ল। তাত সমবেত হোৱা কেইবাহাজাৰো মানুহৰ হাঁহি আৰু আনন্দৰ ধ্বনি চাৰিওপিনে মুখৰিত হ'ল। যি ডোখৰ ঠাইত যুঁজখন হ'ব সেই ঠাই ডোখৰৰ নিচেই কাষলৈ যাবলৈ সকলোৱে প্ৰাণপণে চেষ্টা কৰিলে। গোপী আৰু জোখুৰ অভিভাৱক সকলে তেওঁলোকক নানা উৎসাহৰ কথা ক'লে আৰু চুবুৰীটোৰ কেইজনমানে গোপীৰ পিঠিত থপৰিয়াই যুঁজত সি নিশ্চয় জিকিব বুলি আশ্বাস দিলে। গোপীতকৈ কম বয়সৰ কেইটামান ল'ৰাই গোপীৰ ভৰি ছুই তাৰ সাফল্যৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলে।

কুস্তিস্থলত উপস্থিত হোৱাৰ পিচত মানিকে গোপীক কানে কানে ফুচ্‌ফুচাই ক'লে, "বুঢ়া পুৰণি ওস্তাদ। তাক অলপো সুযোগ নিদিবি। কৰমৰ্দন কৰাৰ পিচত এপাক ঘূৰি বুঢ়াই তোক ধৰাৰ আগতেই তই তাক ধৰি পেলাবি বুইছ। তাক যদি লগে লগে আঠু কঢ়াব পাৰ, উঠি সি তোক সহজে ধৰিব নোৱৰিব। তাক যদি কাহিল কৰিব নোৱাৰ সি তোক কাহিল কৰিব পাৰে। তেতিয়া মানুহে ক'ব ডেকা হৈয়ো বুঢ়াটোক হৰুৱাব নোৱাৰিলি। তেনে কথা ক'বলৈ তই মানুহক সুযোগ নিদিবি। এতিয়া যা, বুকুখন ডাঠ কৰি ল।"

দুই প্ৰতিদ্বন্দ্বী কুস্তিযুঁজাৰু দুফালৰ পৰা আহি কুস্তি মঞ্চত থিয় হোৱাৰ লগে লগে দৰ্শকৰ হাত চাপৰিত চাৰিওদিশ খলক লাগিল। ঢোল, পেঁপা আৰু শিঙা একেলগে বাজি উঠিল, মানুহৰ উৎসুকতা বাঢ়ি গ'ল।

দুয়ো যুঁজাৰুৱে কুস্তি কৰা ঠাইডোখৰৰ পৰা মাটি লৈ কপালত ঘঁহিলে আৰু তেওঁলোকৰ গুৰুক স্মৰণ কৰিলে। তাৰ পিচত কৰমৰ্দন কৰিবলৈ দুয়ো আগবাঢ়ি গ'ল। দুয়ো কৰমৰ্দন কৰিলে আৰু এজনে আন জনৰ হাতটো ছোৱাৰ লগে লগে এনেভাৱ দেখুৱালে যেন তেওঁলোকৰ আঙুলি কেইটাই এডাল সজীৱ বিজুলীৰ তাঁৰহে স্পৰ্শ কৰিলে। গোপীয়ে তাৰ সোঁ ভৰিটোৰে জোখুৰ তলপেটত জোৰেৰে এটা থিয়-গোৰ মাৰিলে। প্ৰচণ্ড আঘাতত জোখুৱে চকুয়েদি সৰিয়হ ফুল দেখিলে আৰু দুপাক মান ঘূৰি পাহাৰৰ পৰা মাটি খহাদি শব্দ কৰি মাটিত পৰি গ'ল। সকলো দৰ্শক নিমাত হ'ল, ঢোল পেঁপা

আৰু শিঙাৰ ধ্বনি বন্ধ হ'ল। জোখুৰ দলৰ মানুহবোৰ খণ্ডত অগ্নিশৰ্মা হৈ জোখুৰ ওচৰলৈ গ'ল। জোখু তেতিয়াও মাটিত পৰি আছিল, খণ্ডত তাৰ চকুৰ পৰা যেন জুইৰ ফিৰিঙতিহে বাহিৰ হৈছিল। জোখুৰ দলৰ মানুহবোৰে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "ঘোৰ অন্যায়, ঘোৰ অন্যায়! হাত মিলোৱাৰ আগতেই গোপীয়ে জোখুৰ তল পেটত গোৰ মাৰিছে। এই কাপুৰুষে কুস্তিৰ নিয়ম ভঙ্গ কৰিছে, আমি তাক জীয়াই নাৰাখিম?" জোখুৰ দলৰ মানুহবোৰ উত্তেজিত হ'ল। গোপী হতবাক হৈ থিয় হৈ ৰ'ল। হঠাৎ কি হৈ গ'ল সি ধৰিবই নোৱাৰিলে। কিন্তু তাৰ সময়েই বা আছিল ক'ত? যেতিয়া জোখুৰ দলটোৱে হাতত টাঙোন তুলি ল'লে গোপীৰ গাৱঁৰ মানুহবোৰও নীৰৱ দৰ্শক হৈ নাথাকিল। দুই দলৰ মাজত টঙনা-টঙনি আৰম্ভ হ'ল। কিছুমানৰ হাত ভাগিল, কিছুমানৰ ভৰি আৰু কিছুমানৰ মূৰ ফাটি তেজ ওলাবলৈ ধৰিলে। কিছুপৰ দুয়ো পক্ষৰ মাজত সংঘৰ্ষ হোৱাৰ পিচত জোখুৰ দলটো তিষ্ঠিব নোৰৰা হ'ল, দলটোৰ কেইটামান মানুহে আত্ম ৰক্ষাৰ কাৰণে চিঞৰ বাখৰ কৰাত সংঘৰ্ষ বন্ধ হ'ল। গোপীৰ দলটো বেচি শক্তিশালী আছিল আৰু সেইকাৰণে সংঘৰ্ষ নথমাহেতেন জোখুৰ দলটোৰ এটা মানুহো জীয়াই নাথাকিলহেতেন। জোখু বেলেগ গাঁৱৰ মানুহ। মাৰপিট বন্ধ হোৱাৰ পিচত তাৰ গাঁৱৰ মানুহবোৰ আদালতলৈ যোৱাৰ ভাবুকি দেখুৱাই তাৰ পৰা গুচি গ'ল।

এই ঘটনাটোৰ কাৰণে আদালতলৈ যোৱাটো যুক্তিসঙ্গত নাছিল কাৰণ তাৰ দ্বাৰা হাৰাশাস্তি হোৱাৰ উপৰিও মানুহৰ সন্মান হানি হোৱাটো নিশ্চিত আছিল। সেইঘটনাটো ঘটাৰ পিচত জোখু পালোৱানৰ কুস্তি জীৱন শেষ হ'ল আৰু মোকৰ্দ্দমা চলি থাকোতে আদালতলৈ যোৱা গাঁৱৰ মানুহে জোখুৰ ওপৰতেই দোষাৰোপ কৰিলে। প্ৰথম ছোৱাত থানাৰ দাৰোগাই গোপীৰ বিৰুদ্ধে অপৰাধৰ প্ৰতিবেদন বৰ কঠোৰকৈ আদালতত দাখিল কৰিব বুলি জোখুক আশ্বাস দিছিল কিন্তু পিচত গোপীৰ গাৱঁৰ মানুহৰ পৰা ভেঁটী লৈ সেই আশ্বাসৰ কথা পাহৰি গ'ল আৰু তাৰ ফলত মোকৰ্দ্দমাত গোপীৰ গাৱঁৰ মানুহৰ জিত হ'ল।

সি যি কি নহওক, এই ঘটনাটোৰ পিচৰ পৰা জোখুৰ গাঁৱৰ মানুহবোৰ গোপীৰ পৰিয়ালৰ ঘোৰ শত্ৰু হ'ল। কিন্তু গোপীয়ে মনত আঘাত পালে। জোখুৰ নিচিনা এজন নামকৰা বয়সস্থ পালোৱানৰ কুস্তিজীৱনৰ এনেভাবে মৃত্যু হোৱাত গোপীৰ মনত তাৰ প্ৰতিক্ৰিয়া ইমান বেচি হ'ল যে সি কেতিয়াও কুস্তি নকৰিব বুলি দৃঢ় প্ৰতিজ্ঞ হৈ কুস্তি কৰোঁতে পিন্ধা লেঙুটি ডাল দলিয়াই পেলালে। মানিক আৰু গাৱঁৰ মানুহে তাক অনেক বুজালে কিন্তু তাৰ কোনো ফল নহ'ল। সি সাধাৰণ মানুহৰ নিচিনাকৈ ঘৰ-গৃহস্থী চলোৱাত বাপেকক সহায় কৰিবলৈ ধৰিলে।

# তিনি

লাহে লাহে সেই কথাবোৰ পূৰণি হ'ল। গোপীৰ দেউতাকে পুতেকহঁতৰ বিয়াৰ কথা চিন্তা কৰিবলৈ ধৰিলে। তাৰ আগতে কেইবা ঠাইৰ পৰা সম্বন্ধ পাতিবৰ প্ৰস্তাৱ আহিছিল কিন্তু দেউতাকে 'ইমান সোনকালে বিয়া পাতিবৰ প্ৰয়োজননো কি বুলি ছোৱালীৰ দেউতাকহঁতক ঘূৰাই পঠাইছিল।

কিন্তু এদিন এটা সম্বন্ধ আহিল যাক অস্বীকাৰ কৰা দূৰৈৰ কথা মানিক আৰু গোপীৰ দেউতাকে যিমান সোনকালে পৰা যায় দুয়োটা পুতেকৰ বিয়া দুখন একেলগেই পাতিবলৈ সাজু হ'ল। মানিক আৰু গোপীৰ কাৰণে একে ঘৰতে সীতা আৰু উৰ্মিলাৰ নিচিনা নম্ৰ শান্ত আৰু চকুত লগা দুজনী ছোৱালীক বোৱাৰী হিচাপে পোৱাটো তেওঁ ডাঙৰ ভাগ্যৰ কথা বুলি ভাবিলে। ল'ৰা চাই ছোৱালী, অৰ্থাৎ ৰাম আৰু সীতা, লক্ষ্মণ আৰু উৰ্মিলা। মাকে কেইবছৰ মানৰ পৰা বোৱাৰীয়েকহঁতৰ মুখ কেইখন চাবলৈ বৰ হেঁপাহ কৰি আছিল। তেওঁ ক'লে, " ঈশ্বৰৰ কৃপাত এনেকুৱা বোৱাৰী ঘৰলৈ আহিব যেতিয়া ইয়াতকৈ বেচি মোক আৰু কি লাগিছে? যিমান সোনকালে হয় দুয়োখন বিয়া একেলগে হ'লেই ভাল হয়।"

দুয়োখন বিয়া ধুমধামেৰে হৈ গ'ল। দুজনী শান্ত, নম্ৰ আৰু ধুনীয়া বোৱাৰীয়ে ঘৰখন শুৱনি কৰিলে। মানিক আৰু গোপীৰ মাক দেউতাকৰ মনত সুখ আৰু আনন্দৰ সীমা নোহোৱা হ'ল। বিয়াৰ আগতে মানুহৰ মুখত বোৱাৰীয়েকহঁতৰ যি প্ৰশংসা শুনিছিল বাস্তৱত দুয়োজনীকে তাতোকৈয়ো বেচি প্ৰশংসনীয় দেখি মাক-দেউতাকে অপাৰ আনন্দ পালে।

মৰমৰ পত্নীৰ লগতে মৰমৰ বৌয়েকক পাই গোপী বৰ সুখী হ'ল। সি ঘৰখনক ইমান ভাল পাবলৈ ধৰিলে যে গোটেই দিনটো ঘৰখনৰ কামতে ব্যস্ত থাকি বাহিৰলৈ নোযোৱাই হ'ল। একেষাৰ কথাত কবলৈ হ'লে সি বাহিৰৰ লগত সম্বন্ধ ছেদ কৰিলে। গোপী বৰ উৎসাহী ল'ৰা আছিল আৰু যিটো কামত হাত দিছিল তাক মনপুত্তি কৰিছিল। অৱশ্যে কোনো এটা কাম হাতত লৈ বেয়া লাগিলে তৎক্ষণাত তাক এৰি দিছিল আৰু সি ভাল পোৱা কামটো হাতত লৈছিল। এসময়ত সি বৰ ভাল পোৱা কুস্তি আৰু ব্যায়াম হঠাতে এৰি দি ঘৰ-সংসাৰৰ কামত নিজকে নিয়োগ কৰিছিল। তাৰ মনৰ এনে পৰিবৰ্তন দেখি মানুহ আশ্চৰ্য্য হৈছিল। ঘৰত পৰম্পৰাগত ৰীতি মতে সি বৌয়েকৰ লগত হাঁহি-ঠাট্টা কৰি যিমান মুকলি মনেৰে মিলিবৰ সুবিধা পাইছিল, নিজৰ পত্নীৰ লগত সেই সুবিধা নাপাইছিল। যেতিয়াই সি ইচ্ছা কৰে, বৌয়েকৰ লগত হাঁহি-ঠাট্টা কৰি ঘৰখনত আনন্দৰ

টো বোৱাইছিল আৰু তাকে দেখি মাক দেউতাকৰ চকুৰ পৰা আনন্দৰ চকুলো বৈ আহিছিল। অৱশ্যে, ঘৰখনৰ সেই হাঁহি আৰু আনন্দৰ ভাগ ল'বলৈ মানিকে সিমান সুযোগ নাপাইছিল কাৰণ সি বোৱাৰীয়েকৰ লগত কথা নাপাতিছিল আৰু ঘৈনীয়েকৰ লগতো সকলোৰে আগত মুকলি মনেৰে কথা পাতিব নোৱাৰিছিল। তথাপি তাৰ প্ৰতি গোপী আৰু বোৱাৰীয়েকৰ গভীৰ শ্ৰদ্ধা আৰু মাক-বাপেকৰ স্নেহে তাৰ মনত নিৰ্মল আনন্দ দিছিল। সেই সময়ত ঘৰখনত ককাই-ভায়েক, বায়েক-ভনীয়েক আৰু দেওৰ বৌয়েকৰ মাজত থকা মৰম আৰু বৰজনাৰ প্ৰতি বোৱাৰীয়েকৰ শ্ৰদ্ধা উভৈনদী হোৱাৰ কাৰণে এনে লাগিছিল যেন ঘৰখনত অমৃতৰ সোঁত বৈছিল। ঘৰখনত কাৰো মনত দুখ নাছিল, কোনো চিন্তা নাছিল, কোনো শংকা, ভয়, অভাৱ, অভিযোগ আৰু সমস্যা নাছিল।

আনন্দৰ সেই ফুলৰ গছজোপা যদি সদায় ৰমকজমককৈ ফুলি থাকিল হেতেন কিমান ভাল লাগিল হেতেন; কিন্তু জগতত তেনে এজোপা ফুলৰ গছ কত আছে যি সদায় ৰমকজমককৈ ফুলি থাকিব আৰু তাৰ সুগন্ধই মানুহৰ মনত তৃপ্তি দিব ?

মানিক আৰু গোপীহঁতৰ আনন্দপূৰ্ণ দিনবোৰ অতি বেচি ছমাহ আছিল আৰু এদিন সেই সুখৰ সংসাৰখনত হঠাৎ জুই লাগিল। মানিক সত্যনাৰায়ণ পূজাৰ কাৰণে কিছুমান জৰুৰী বস্তু আনিবলৈ চহৰলৈ গৈছিল। ঘূৰি আহোঁতে অনেক ৰাতি হ'ল। চহৰৰ পৰা মানিকহঁতৰ গাঁৱলৈ অহা ৰাস্তাটো জোখুৰ গাঁৱৰ কাষেদিয়েই আহিছিল। সেই গাওঁখনৰ মূৰত থকা এৰাবাৰী এখনৰ ওচৰ পাওঁতেই তাৰ সন্দেহ হ'ল যেন কোনোবাই তাক অনুসৰণ কৰিছে। সি থমকি পিচফালে চোৱাৰ লগে লগে মানুহ এটাই লাঠি এডালেৰে তাৰ মূৰত প্ৰচণ্ড ভাবে আঘাত কৰিলে আৰু লগে লগে সি মাটিত পৰি গ'ল। মূৰৰ পৰা তেজৰ সোঁত ব'বলৈ ধৰিলে। সি ধৰাশায়ী হোৱাৰ পিচতো তাৰ মূৰত আৰু কেইটামান লাঠিৰ কোব পৰিল আৰু লগে লগে তাৰ প্ৰাণবায়ু উৰি গ'ল।

তাৰ মৃতদেহটো তাতে পৰি থাকিল আৰু আততায়ী আন্ধাৰত অদৃশ্য হ'ল। চহৰৰ পৰা ঘূৰি আহোঁতে মানিকহঁতৰ গাঁৱৰ কেইজনমান মানুহে মানিকৰ মৃতদেহটো পৰি থকা দেখি স্তম্ভিত হ'ল আৰু জোখুৰ গাঁৱৰ ওচৰতেই ঘটনাটো ঘটা দেখি গোপীৰ লগত জোখুৰ কুস্তি যুঁজ খনৰ কথা তেওঁলোকৰ মনত পৰিল। সেই কামটো জোখুৰ গাঁৱৰ মানুহৰেই যে কাম তেওঁলোকে ধৰি ললে আৰু খবৰটো দিবলৈ গাঁৱলৈ মানুহ এটা পঠাই দিলে। লগতে মানুহটোক কোৱা হ'ল, অতি সোনকালেই যেন গাঁৱৰ মানুহ হাতত লাঠি লৈ দলে বলে তালৈ আহি যায় আৰু মানিকক হত্যা কৰাৰ প্ৰতিশোধ লয়হি।

"বেচেৰা মানিক ! তাৰ গাভৰু ঘৈনীয়েকৰ জীৱনত সদায় দুঃখেই দুঃখ হ'ব। এই কাপুৰুষহঁতে এই জঘন্য পাপৰ পৰাচিত কৰিব নালাগিব জানো? যদি প্ৰতিশোধ লবৰ ইচ্ছা আছিল পুৰুষৰ নিচিনাকৈ মুখামুখি হৈ নললি কিয়?" মানিকৰ মৃতদেহটো ঘেৰি লৈ গভীৰ দুখ আৰু ক্ৰোধত মানুহবোৰে কোৱাকুই কৰিলে।

গোপী হঁতে খবৰটো পালে। গোপীৰ মাক-বৌয়েক আৰু ঘৈনীয়েকে বুকুত ঢকিয়াই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। গোপীৰ মূৰত যেন এটা ফেঁটী সাপেহে দংশন কৰিলে। সি মূৰটো দুই হাতেৰে টেপি ধৰি অচেতন হোৱা মানুহৰ নিচিনাকৈ এঠাইত বহি পৰিল। অন্তৰত দাৰুণ আঘাত পাই বাপেক এটা পাথৰৰ মূৰ্ত্তিৰ নিচিনা নিশ্চল হৈ ৰ'ল। আকস্মিক বজ্রপাতত তেওঁৰ মস্তিষ্ক শূন্য হৈ গ'ল।

সেই দুঃসম্বাদটো গোটেই গাওঁখনত বিজুলীৰ নিচিনাকৈ বিয়পি পৰিল। চাৰিও পিনে ধ্বংসৰ মূৰ্ত্তিয়ে অট্টহাস্য কৰি উঠিল। গোটেই গাওঁখনৰ মানুহ হাতত লাঠিলৈ গোপীৰ সন্মুখত আহি থিয় হ'লহি। মাইকী মানুহবোৰে তাৰ মাক আৰু বৌয়েকক সান্ত্বনা দিলেহি। বুঢ়া সকলে তাৰ দেউতাকক বুজাবলৈ ধৰিলে। কিন্তু সান্ত্বনাপূৰ্ণ কথাৰ শক্তিয়েই বা কিমান? গাঁৱৰ মানুহবোৰে গোপীক বেঢ়ি ধৰি ককায়েকৰ হত্যাৰ প্ৰতিশোধ ল'বলৈ সকলো সাজু আছে বুলি আশ্বাস দিলে।

গোপীয়ে মানুহবোৰৰ সকলো কথা চুপমাৰি শুনি গ'ল। কথাবোৰ শুনাৰ পিচত তাৰ চকুৰ পৰা যেন জুইৰ ফিৰিঙতি বাহিৰ হ'বলৈ ধৰিলে। সি ঘপ্‌কৰে উঠিল আৰু ঘৰৰ একোণত পৰি থকা ডাঙৰ লাঠি এডাল তুলি ঘাইল হোৱা বাঘৰ নিচিনাকৈ দৌৰ মাৰিলে। তাক যোৱা দেখি গাঁৱৰ মানুহ বোৰেও হাতত লাঠি লৈ তাক অনুসৰণ কৰিলে। সিঁহত যেতিয়া জোখুৰ গাওঁখন পাওঁ পাওঁ হ'ল, সিহঁতক দেখি গাঁৱৰ চকীদাৰ থানালৈ লৰ মাৰিলে।

আচলতে জোখুৰ গাঁৱৰ মানুহবোৰে মানিকক হত্যা কৰা ঘটনাটোৰ কথা জনা নাছিল। জোখুৰ কেইটামান শিষ্যই গাঁৱৰ আন কোনো মানুহে নজনাকৈ ষড়যন্ত্ৰ কৰি সেই জঘন্য কামটো কৰিছিল। গোপীৰ গাঁৱৰ মানুহবোৰৰ চিঞঁৰ-বাখৰ শুনি জোখুৰ গাঁৱৰ মানুহে কোনোবা ডকাইতৰ দল লুটপাত কৰিবলৈ আহিছে বুলি ধৰি ল'লে আৰু গাওঁখনক ৰক্ষা কৰিবৰ কাৰণে, লাঠি উলিয়াই ল'লে। দুয়ো পক্ষৰ সংঘৰ্ষ হ'ল। এন্ধাৰ ৰাতি কোনেও কাকো দেখা নাপালে মাত্ৰ মানুহৰ উস্ আস্ আৰু লাঠিৰ ঠক্‌ঠক্ শব্দ শুনা গ'ল। লাঠিৰ প্ৰহাৰত দুয়োদলৰ কেইবাটাও মানুহ ধৰাশায়ী হ'ল আৰু কিছুমানৰ মূৰকাটি তেজ ওলাবলৈ ধৰিলে। কোন মৰিল বা কোন জীয়াই থাকিল সেই সময়ত কাৰো ভাবিবৰ সময় নাছিল। তেতিয়া মাত্ৰ মানুহে প্ৰাণ দিয়া আৰু প্ৰাণ লোৱাৰ বাজি মাৰিছিল।

মানিকৰ লাচটো থানালৈ নিবলৈ হুকুম দি থানাৰ দাৰোগা দহজন সশস্ত্ৰ চিপাহী সহ ঘটনা স্থলত উপস্থিত হ'ল। তেতিয়াও দুয়ো পক্ষৰ মাজত মৰামৰি চলি আছিল। দাৰোগাই টৰ্চ্চ মাৰি বীভৎস দৃশ্য দেখিলে আৰু চিপাহী কেইজনক আকাশ মুৱাকৈ গুলী চলাবলৈ আদেশ দিলে।

গুলীৰ শব্দ শুনি দুয়োখনৰ গাঁৱৰ মানুহে পুলিচ আহিল বুলি জানি গ'ল। মানুহবোৰে পলাবলৈ চেষ্টা কৰিলে কিন্তু নোৱাৰিলে, পুলিচে চাৰিও পিনৰ পৰা ঘেৰি ধৰি মানুহ বোৰৰ হাতত কেড়েয়া লগালে।

***

গোপীৰ বাওঁহাতৰ তিনিটা আঙুলি থেতেঁলা খালে আৰু ডিঙিৰ ওচৰত সোঁফালৰ কামী হাড়ত বৰ আঘাত পালে। কিন্তু গভীৰ দুখ আৰু ক্ৰোধত সেই শাৰীৰিক কষ্টৰ কথা তেতিয়া তাৰ একেবাৰে মনলৈ অহা নাছিল আৰু যেতিয়া হস্পিতালত তাৰ জ্ঞান আহিল সি ক'ত আছে ক'ব নোৱাৰিলে,-মাত্ৰ দেখা পালে তাৰ হাত, ভৰি আৰু ডিঙিত পটী বন্ধা আছে আৰু গা আৰু মূৰত অত্যন্ত বিষ। তাৰ দুয়ো কাষত থকা বিছনাবোৰত তাৰ আৰু জোখুৰ গাঁৱৰ কেইটামান ডেকাল'ৰাই তাৰ নিচিনাকৈ ডাঙৰ ডাঙৰকৈ চকু মেলি ইফালে-সিফালে চাই আছিল, কথা ক'বলৈ কাৰো গাত বল নাছিল।

* * *

মানিক গ'ল আৰু মাৰপিট কৰাৰ অপৰাধত আদালতত গোপীৰ বিচাৰ চলি থকাত সি তাৰ ৰায়ৰ কাৰণে অপেক্ষা কৰি ৰ'ল। তাৰ মাক-বাপেক আৰু বৌয়েকৰ মূৰৰ ওপৰত যেন পাহাৰ এটা ভাগি পৰিল আৰু তাৰ তলত পৰি তেওঁলোকে অসহ্য যন্ত্ৰণাত ছট্‌ফটাবলৈ ধৰিলে।

গাওঁখনৰ কোনো এটা মানুহৰ মুখত হাঁহি নাই, সকলো বিষন্ন। গোপী হঁতৰ ঘৰখনৰ বিষাদৰ ছাঁ গোটেই গাওঁখনতে বিয়পি পৰিল। সান্ত্বনা দিবলৈ সিহঁতৰ ঘৰলৈ অহা মানুহৰ লানি নিছিগা হ'ল। কিছুমানে বুঢ়া-বুঢ়ীক কিছুমানে বৌয়েকক আৰু কিছুমানে গোপীক নানা কথাৰে সান্ত্বনা দিলে আৰু কেতিয়াবা নিজকে দমন কৰিব নোৱাৰি আবেগত কান্দি পেলায়।

উকীল ধৰি মোকৰ্দ্দমা চলাবলৈ ব্যৱস্থা কৰা হ'ল আৰু যিমান টকা লাগে গাঁৱৰ মানুহে দিবলৈ গাত ললে। গাওঁখনৰ সমস্যা, গাওঁখনৰ ডেকা মখাৰ জীৱনৰ লগত সম্বন্ধ থকা সমস্যা আৰু তাতোকৈয়ো গাওঁখনৰ চকুৰ মনি, মাক-দেউতাকৰ একমাত্ৰ ভৰসা কম বয়সীয়া নতুন ঘৈনীয়েক আৰু বিধৱা বৌয়েকৰ আশাৰ স্থল গোপীক জেললৈ পঠোৱাৰ পৰা ৰক্ষা কৰাৰ কথা। দুঃসম্বাদটো শুনি গোপীৰ শহুৰেক আৰু জেঠৈৰীয়েক আহিল। তেওঁলোকৰ মনতো দুখৰ সীমা নাছিল আৰু গোপীক জেলৰ পৰা বচাবৰ কাৰণে সকলো কৰিবলৈ তেওঁলোক প্ৰস্তুত আছিল।

কিন্তু টকা-পইচাই আইনৰ মুখ বন্ধ কৰিব নোৱাৰিলে। আনকি গোপীক জামিনতো আনিব পৰা নগ'ল। মোকৰ্দ্দমাটো চেছন কোৰ্টলৈ গ'ল। তাতো গাঁৱৰ মানুহে আটাইতকৈ নামকৰা ফৌজদাৰী উকীল ধৰিলে; কিন্তু গোপীক জামিনত নিদিলে। মোকৰ্দ্দমা চলি থাকিল।

গোপীৰ দেউতাকে পুতেকক এবাৰ দেখা কৰিছিল। দুয়ো কথা পাতোতে মনৰ দুখ আৰু বেদনাৰ আতিশয্য গোপন কৰিবলৈ চেষ্টা কৰিছিল কাৰণ কোনো দুৰ্বলতা দেখুৱাই এজনে আনজনৰ দুখৰ মাত্ৰা বঢ়াবলৈ ইচ্ছা নকৰিছিল। দেউতাকে গোপীক

যিমান পাৰে সান্ত্বনা দিলে আৰু গোপীয়েও দেউতাকক তাৰ কাৰণে কোনো চিন্তা নকৰিবলৈ ক'লে। এৰা-এৰি হ'বৰ সময়ত আৱেগত গোপীৰ মুখৰ পৰা ওলাই আহিল, "দেউতা, নবৌক চাবা যেন অকণো কষ্ট নাপায়।"

সেই কথাষাৰত ইমান দৰদ, ইমান দুখ আৰু মনৰ অশান্তি সোমাই আছিল যে কৈয়েই গোপীয়ে মুখখন সিফালে কৰিলে জানোচা দেউতাকে তাৰ চকুৰ পৰা বাগৰি অহা চকু-লো দেখা পায়। বাপেকে নেদেখাকৈ সি চকুলো মচিলে আৰু জেলৰ বাহিৰত বাপেকেও চকুৰ পানী মচিলে।

শেহত মোকৰ্দ্দমাৰ ৰায় ঘোষণা কৰিলে। গোপীৰ গাঁৱৰ সকলোকে কাৰাদণ্ড দিলে। আইন নিজৰ হাতত লৈ আন এখন গাঁৱৰ নিৰ্দোষ মানহক লাঠিৰে আক্ৰমণ কৰাৰ অপৰাধত কিছুমানৰ পাঁচ বছৰ, কিছুমানৰ তিনি, দুই আৰু এবছৰকৈ জেল হ'ল। গোপীক পাঁচ বছৰ সশ্ৰম কাৰাদণ্ড দিলে। তাৰ ঘৰখনত লাহে লাহে কমি অহা শোকৰ ঢৌৰ গতি আকৌ প্ৰবল হল। গোপীৰ মাক-দেউতাকৰ দুখ আৰু বেদনা বৰ্ণনাতীত। ডাঙৰ বৌয়েকৰ অৱস্থা অতি শোক লগা আৰু গোপীৰ ঘৈনীয়েকৰ বুকুত যেন এডাল শেলহে সোমাল।

## চাৰি

গোপীৰ দেউতাক এতিয়া সঁচাকৈয়ে বুঢ়া হ'ল। দুয়োজন পুতেকে তেওঁক এৰি থৈ গুচি গ'ল, যেন তেওঁৰ দুয়োটা হাত কোনোবাই কাটি পেলালে। তেওঁৰ জীৱনৰ সকলো উৎসাহ, আশা, আকাঙ্খা আৰু সুখ ঈশ্বৰে কাঢ়ি নিলে, অন্তৰৰ সকলো সুখৰ ৰস জুইয়ে পুৰি পেলালে। দুজনী বোৱাৰীয়েকৰ বেদনাভৰা মুখ দুখন দেখিলেই তেওঁৰ অন্তৰ খন পুৰিবলৈ ধৰে। কাম, কাজ, খোৱা-বোৱা একোতেই তেওঁৰ ভাল নলগা হ'ল। গোপীৰ জেঠেৰিয়েকে আহি খেতি-বাতিৰ ব্যৱস্থা কৰিলেহি।

মাকৰ অৱস্থাও শোচনীয়। তেওঁ বহি বহি চকুলো টুকিছিল আৰু মৰমৰ পুতেকহঁতৰ কথা স্মৰণ কৰি কান্দিছিল। সৰু বোৱাৰীয়েকৰ এবাৰ হুলে বিন্ধা কলিজাটোৰ পৰা আনন্দ যেন চিৰদিনলৈ গুচি গ'ল। তাই বৰ কোমল আৰু ভাবুক স্বভাৱৰ আছিল। জগতৰ দুখ আৰু চিন্তা কি বস্তু তাই-আগতে কেতিয়াও জনা নাছিল। হঠাৎ দুখৰ বিৰাট পাহাৰটো তাইৰ মূৰৰ ওপৰত পৰাত তাই ভাগি চুৰমাৰ হ'ল। তাই বিছনাৰ পৰা নুঠা হ'ল, খোৱাবোৱা এৰি দিলে আৰু দিনে দিনে খীণাবলৈ ধৰিলে। শহৰ আৰু শাহুৱেকে নিজৰ অন্তৰত গভীৰ দুখ-বেদনা থকা সত্ত্বেও তাইক বুজালে, বায়েক আৰু অন্যান্য গাঁৱৰ মাইকী মানুহে তাইক সান্ত্বনা দিলে, যুক্তিৰে বুজালে কিন্তু কাৰো কথা তাইৰ কাণত নোসোমাল।

এদিন কুঁহিয়াৰ শালৰ পৰা ঘূৰি আহোঁতে গোপীৰ দেউতাকৰ ৰাতি হ'ল আৰু ঠাণ্ডা লাগি জ্বৰ হ'ল। গাঁৱলীয়া ঔষধ-পাতি খালে কিন্তু সাতদিনলৈকে বিছনাত পৰি থাকিল। ঘৰখনৰ তেনে অৱস্থাত বিছনাত পৰি থকা অৱস্থাত তেওঁ যি সেৱা-শুশ্রূষা পাব লাগিছিল সেইখিনি নাপালে। সৰু বোৱাৰীয়েকে আগৰ পৰাই বিছনা এৰা নাছিল আৰু ডাঙৰ বোৱাৰীয়েকৰ মানসিক অৱস্থা এনেকুৱা আছিল যে তাইয়ো বুঢ়াই পাবলগীয়া সেৱা-শুশ্রূষাখিনি দিব নোৱাৰিলে। বাকী আছিল বুঢ়ী কিন্তু তেওঁ বাত বিষত আক্রান্ত হোৱাৰ কাৰণে বুঢ়াৰ প্রতি সিমান মনোযোগ দিব পৰা নাছিল। তাৰ ফলত বুঢ়াৰ স্বাস্থ্য দিনে দিনে বেয়া হৈ আহিল আৰু এদিন তেওঁ বিছনাৰ পৰা উঠিব নোৱৰা হ'ল।

গাঁৱৰ মানুহে গোপীহতঁৰ ঘৰখনৰ তেনে শোচনীয় অৱস্থা দেখি দুখ কৰিলে আৰু কলে, 'হায়, এই ঘৰখন কি আছিল আৰু এতিয়া কি হ'ল?'

শেহত ডাঙৰ বোৱাৰীয়েকৰ মনলৈ চিন্তা আহিল যদি দিনে দিনে নষ্ট হ'ব ধৰা ঘৰখন বচোৱা নহয় একেবাৰে নষ্ট হৈ যাব। তাইৰ নিজৰ জীৱনটোতো নষ্ট হৈ হ'লেই। তাইৰ জীৱনটোৰ দৰে যদি ঘৰখনো নষ্ট হৈ যায় ডাঙৰ বোৱাৰীয়েক হিচাপে তাৰ বাবে তাইয়েই দায়ী হ'ব আৰু সেই পাপৰ পৰাচিত তায়েই কৰিব লাগিব। তাই ভাবিলে ঘৰখনৰ সকলো যদি দুখত কাতৰ হৈ পৰি থাকে ঘৰখন চলিব কেনেকৈ? তাইৰ মনত খেলি গ'ল তাইৰ দুৰ্কপালৰ কাৰণেইতো ঘৰখনৰ এনে অৱস্থা হ'ল। তেনেস্থলত, নিজৰ দুখত ডুব গৈ তাই ঘৰখনৰ সকলোকে ডুবাবনে? সেইটো কেতিয়াও হ'ব নোৱাৰে, এতিয়া তাইৰ জীৱনটো তেওঁলোকৰ কাৰণে, তেওঁলোকৰ সুখ আৰু আনন্দৰ কাৰণে। তাই নিজৰ বুকুৰ ওপৰত এচটা গধূৰ পাথৰ ৰাখিও তেওঁলোকৰ সেৱা শুশ্রূষা কৰিব আৰু এই দুখৰ বহল নৈ খন এদিন পাৰ হ'বই লাগিব।

সেইদিনাৰ পৰাই তাই করুণাৰ দেৱী হ'ল আৰু জ্বলি পুৰি থকা অন্তৰ কেইখনৰ ওপৰত সেৱা শুশ্রূষা স্নেহ আৰু ভক্তিৰ শীতল ছাঁ পেলাবলৈ ছাঁ হৈ পৰিল। বেলি ওলোৱাৰ অনেক আগতেই তাই গা ধুই পূজা কৰে আৰু তাৰ পিচত শহুৰ, শাহু আৰু ভনীয়েকৰ সেৱা শুশ্রূষাত লাগি যায়।

শাহুৱেকে তাইৰ কপালত ফোঁট, শিৰত সেন্দুৰ আৰু গাত অলংকাৰ নেদেখি আৰু তাইক সদায় বগা সাজ পিন্ধা দেখি তেওঁৰ অন্তৰখন কান্দি উঠে। তেওঁ তাইক বেচি কাম কৰিবলৈ হাক দিলেও তাই তেওঁৰ কথা নুশুনে আৰু আগৰ দৰেই কাম কৰি গ'ল। তাই শহুৰেকৰ গাত ধৰি বিছনাৰ পৰা নমাই মুখ-হাত ধুৱাই দিয়ে, গা ধুৱায় আৰু তেওঁৰ ৰুচি অনুযায়ী নানা তৰহৰ আহাৰ ৰান্ধি দিয়ে। তাই যিহকে কয় তেওঁ পুতলাৰ দৰে তাকেই কৰে আৰু এটা কথাৰো প্রতিবাদ নকৰি বোৱাৰীয়েকৰ কাৰ্য্য কলাপবোৰ সন্তৰ্পণে লক্ষ্য কৰি মনত দাৰুণ আঘাত পায়।

সেই গভীৰ দুখৰ দিনতো শাহুৱেকে মনত অলপ তৃপ্তি পালে যে ডাঙৰ বোৱাৰীয়েকে নিজকে কামত সদায় ব্যস্ত ৰাখি সকলো দুখ আৰু বেদনা পাহৰি থাকে।

তাই ভনীয়েকৰ মাকেই হৈ পৰিল। ভনীয়েক অসুস্থ হোৱাত এতিয়া তাইৰ কাৰণে বায়েকৰ মৰম স্নেহতকৈ মাকৰ মৰম-স্নেহৰ বেচি প্ৰয়োজন হ'ল। তাই এতিয়া ভনীয়েকক এজনী সৰু ছোৱালীৰ দৰে কোলাত বহুৱাই ভাত খুৱায়, ঔষধ খুৱায়, গাৰ কাপোৰ সলনি কৰি দিয়ে, মূৰ আঁচুৰি দিয়ে, চুলিৰ লেছেৰি বান্ধি দিয়ে আৰু শেহত সেন্দুৰৰ টেমাটো আগত ৰাখি কয়, "এতিয়া মূৰত সেন্দুৰ আৰু কপালত এটা ফোঁট ল।"

বায়েকৰ কথা শুনি ভনীয়েকৰ চকুদুটা চলচলীয়া হয়, তাইৰ অন্তৰখনক শূলে বিন্ধাদি বিন্ধে আৰু তাই কান্দো কান্দোকৈ কয়, "বাইদেউ, এইটো থৈ দে, এতিয়া মই একো নলওঁ।"

বায়েকে ভনীয়েকক কোলাত লৈ কান্দি কান্দি কয়, "ভনী এনে কথা নকবি। মোৰ সেওঁতাত সেন্দুৰ লগাব নোৱাৰোঁ সেইটো এটা ডাঙৰ কথা হলনে? তোৰ সেওঁতাত ঈশ্বৰে সদায় সেন্দুৰ উজ্জ্বল কৰি ৰাখক আৰু তাকেই দেখি মোৰ সকলো দুখ পাহৰি গোটেই জীৱনটো কটাই দিম।"

ভনীয়েকে বায়েকৰ কোলাত মুখখনি ঢাকি হুক্ হুক্ কৰে কান্দি পেলালে। বায়েকৰ চকুৰ পৰাও চকুলো ওলাই মাটিত টপ্ টপ্ কৰে পৰিল কিন্তু পিচ মুহূৰ্ততে নিজকে চম্ভালি লৈ ক'লে, " এনে কৰিব নাপায় ভনী। তোৰ কাৰণেইতো মই জীয়াই আছো।"

ভনীয়েকে দ্বিৰুক্তি নকৰিলে। তাই জানে যে বায়েকৰ কথা নামানিলে তাই অন্তৰত দাৰুণ আঘাত পাব। সঁচাকৈয়ে তাইৰ বাহিৰে বায়েকৰনো আৰু কোন আছে? তাই কঁপা হাতেৰে শলাডাল লৈ শিৰত সেন্দুৰ আৰু কপালত ফোঁট ল'লে। বায়েকৰ চকুৰ পৰা আনন্দ আৰু বেদনাৰ চকুলো ধাৰসাৰে বাগৰি আহিল আৰু ভনীয়েকক সাৱটি ধৰি মূৰত চুমা খাবলৈ ধৰিলে।

গোপীৰ বৌয়েকৰ স্বামীৰ কথা মনত্ৰ পৰিলেই অন্তৰ খন হাহাকাৰ কৰি উঠে। সকলো সময়তে তাইৰ স্বামীৰ মূৰ্ত্তিটো চকুৰ আগত ভাঁহি থাকে। পূজা কৰিবলৈ বহোঁতে তাই সদায় কয়, " হে ঈশ্বৰ! মোক তেওঁৰ চৰণৰ ওচৰলৈ লৈ যোৱা।"

কেতিয়াবা কেতিয়াবা তাইৰ দেওৰেকৰ কথা মনত পৰে আৰু লগতে তাৰ লগত কৰা হাঁহি ঠাট্টাবোৰ। সেই সময়ত তাই অনুভৱ কৰে সেইবোৰ নিশ্চয় স্বপ্ন আছিল। হায়, কোনে জানিছিল সেই হাঁহি আনন্দৰ কথাবোৰ চিৰিদিনৰ কাৰণে শেষ হৈ যাব আৰু তাৰ গুঞ্জন হৃদয়ৰ একোণত এটা দৰদ-ভৰা গীত হৈ ৰৈ যাব? তাইৰ মনলৈ আহে কেনেকৈ ককায়েকৰ মৃত্যুৰ শোকত বলিয়া হৈ দেওৰেকে তাৰ সকলো সুখ বিসৰ্জন দিলে। সেই মুহূৰ্ততে, ভনীয়েকৰ ওপৰত তাইৰ দায়িত্বৰ কথা মনলৈ আহিল। গোপী জেলৰ পৰা নহা পৰ্য্যন্ত তাৰ জীৱনৰ সুখ-দুখৰ লগত বান্ধ খাই থকা ভনীয়েকক সুস্থ সবল আৰু প্ৰফুল্লিত কৰি ৰাখিব লাগিব। যাতে তাই দেওৰেকক সুখ আৰু আনন্দ দিব পাৰে। তাই এটা কথা লক্ষ্য কৰি শঙ্কিত হ'ল, ভনীয়েকৰ স্বাস্থ্যৰ প্ৰতি অনেক যত্ন লোৱা সত্বেও দিনে দিনে তাইৰ স্বাস্থ্য বেয়া হৈ আহিছে। তাই ভনীয়েকক সকলো প্ৰকাৰে বুজাবলৈ চেষ্টা কৰিলে কিন্তু বুজাব নোৱাৰিলে। দেওৰেক ঘূৰি আহি তাইৰ এনে অৱস্থা দেখিলে তাৰ কি

দশা হ'ব ভাবি তাই বৰ চিন্তিত হ'ল।

দুখ সহি সহি লাহে লাহে গোপীৰ বৌয়েকৰ মনটো টান আৰু দৃঢ় হ'ল আৰু ভনীয়েকক আৰু বেচিকৈ সেৱা শুশ্ৰূষা কৰিবলৈ ধৰিলে। তাই অনুভৱ কৰিলে ভনীয়েক কেৱল তাইৰ ভনীয়েকেই নহয় দেওৰেকে তাইৰ দায়িত্বত থৈ যোৱা এটা অমূল্য বস্তুও। সেই অমূল্য বস্তুটো ৰক্ষা কৰাটো তাইৰ আটাইতকৈ ডাঙৰ কৰ্ত্তব্য।

কিন্তু ইমান বেচি যত্ন লোৱা সত্বেও ভনীয়েকৰ স্বাস্থ্যৰ কোনো উন্নতি নহ'ল। ভনীয়েকলৈ চাই কেতিয়াবা ভয় আৰু এটা অজনা আশংকাত তাইৰ অন্তৰখন কঁপি উঠে। তাই দেৱতাৰ মূৰ্ত্তিৰ সমুখত মিনতি কৰে, " হে ঈশ্বৰ, এই অভাগা ঘৰখনৰ ওপৰত দয়া কৰাঁ! যদি তুমি ইমানতো সন্তুষ্ট নোহোৱা, এই অভাগিনীক তুলি লোৱা আৰু তোমাৰ কোপ শান্ত কৰা।"

কিন্তু ঈশ্বৰে তেওঁৰ কৃপাদৃষ্টি সেই পৰিয়ালটোৰ পৰা আঁতৰ কৰি নিছিল আৰু সেইকাৰণে ভনীয়েকৰ অসুখ ভাল হ'ব লগীয়া নাছিল আৰু নহ'লও। শেহত যেতিয়া তাইৰ অৱস্থা দিনেদিনে বৰ বেয়া হবলৈ ধৰিলে, এদিন ককায়েকে তাইক ঘৰলৈ লৈ গ'লহি। ভাবিছিল হয়তো হাৱা-পানী বদলি হ'লে আৰু মাক বৌয়েক আৰু বান্ধৱী বিলাকৰ মাজত থাকিলে তাইৰ স্বাস্থ্যৰ উন্নতি হ'ব। ভনীয়েকে বায়েককো লগত লৈ যাবলৈ বিচাৰিছিল কিন্তু বায়েক গ'লে শহুৰ-শাহুৱেকৰ আলপৈচান ধৰোতা কোনো নাথাকিব বুলি বায়েক নগ'ল। পাল্কীত উঠাৰ আগতে ভনীয়েকে বায়েক আৰু শাহুৱেকক গবা মাৰি ধৰি ইমান কান্দিলে যেন তাই শেষ বিদায়হে লৈছে। শহুৰেকৰ ভৰি দুটা তাই চকুৰ পানীৰে তিয়াই পেলালে। শহুৰেকে নিজৰ চকু দুটা দুই হাতেৰে ঢাকি এটা সৰু ল'ৰাৰ নিচিনাকৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে।

কোনে জানিছিল সেইটোৱেই তাইৰ শেষ বিদায় আছিল? মাক, বাপেক, ককায়েক আৰু বৌৱেকে সেৱা শুশ্ৰূষাত অলপো ত্ৰুটি কৰা নাছিল। চিকিৎসাত টকা পানীৰ নিচিনাকৈ খৰচ হৈছিল কিন্তু যিদাল শূলে এদিন তাইৰ কোমল প্ৰাণটো বিন্ধিছিল, সেই শূল দালে এদিন তাইৰ প্ৰাণটো লৈ গ'ল।

সৰু বোৱাৰীয়েকৰ মৃত্যুৰ খবৰ যেতিয়া শহুৰ শাহু আৰু বায়েকৰ কাণত পৰিল তেতিয়া তেওঁলোকৰ অৱস্থা কি হ'ল তাক বৰ্ণনা কৰিব নোৱাৰি। সজোৰে এপাত কাঁড় আহি বুকুত সোমালেহি মানুহৰ যেনে অৱস্থা হয় তেওঁলোকৰো সেই একে অৱস্থা হ'ল।

# পাঁচ

গোপী জেলত থাকোতে তাৰ দেউকতাকে তাক প্ৰত্যেক মাহে এবাৰকৈ দেখা কৰিছিল কিন্তু তেওঁ যেতিয়া অসুখত ভূগি লৰিব-চৰিব নোৱৰা হ'ল, শহুৰেক আৰু জেঠেৰিয়েক গোপীৰ ওচৰলৈ গৈ আছিল। গোপীয়ে তেওঁলোকক প্ৰত্যেকবাৰ মাক-দেউতাক, বৌয়েক আৰু ঘৰখনৰ বিষয়ে সোধে আৰু সকলোৰে ভাল বুলি তেওঁলোকে উত্তৰ দিয়ে। সংকোচ কৰি সি তাৰ ঘৈণীয়েকৰ কথা কেতিয়াও সোধা নাছিল আৰু তেওঁলোকেও ইচ্ছা কৰি তাৰ ঘৈণীয়েকৰ বিষয়ে একো কোৱা নাছিল। জেলত থকা মানুহৰ অন্তৰত দুখ আৰু বেদনাৰ সীমা নাথাকে, তেনেস্থলত তাৰ ঘৈণীয়েকৰ মৃত্যুৰ সংবাদটো দিলে দুখ আৰু বেদনাৰ মাত্ৰা বেচিহে হ'ব বুলি শহুৰেক আৰু জেঠেৰিয়েকে তাক ঘৈণীয়েকৰ বিষয়ে একো কোৱা নাছিল।

জেলত গোপীয়ে ঘৰৰ সকলোকে স্মৰণ কৰিছিল কিন্তু বৌয়েকৰ দুখৰ কথা যিমান বেচিকৈ চিন্তা কৰিছিল আনৰ কথা সিমান চিন্তা নকৰিছিল। বৌয়েকৰ বিধৱা মূৰ্ত্তিটো সদায় তাৰ চকুৰ আগত ভাঁহি উঠিছিল। যি মৰমৰ বৌয়েকে স্নেহ আৰু মৰমৰ অতল সাগৰত তাক ডুবাই ৰাখিছিল সেইজনী বৌয়েকৰ বিধৱা মূৰ্ত্তিটোলৈ সি কেনেকৈ চাব? শিৰত সেন্দুৰ নোহোৱা, হাতত খাৰু নথকা আৰু সদায় বগা সাজ পিন্ধা বিধৱা বৌয়েকৰ আগত গৈ সি কেনেকৈ থিয় হ'ব? সেই বেদনাভৰা মলিন মুখখনলৈ ....

* * *

ফাটেকত কয়েদীয়ে যিবোৰ কাম কৰিব লাগে আৰু যিমান পৰিশ্ৰম কৰিব লাগে গোপী সেইবোৰত একেবাৰে অভ্যস্ত নাছিল। কিন্তু কুস্তি কৰা আটিল শৰীৰটোৰ কাৰণে তাৰ বিশেষ কষ্ট নহৈছিল। তাৰ ডাঙৰ দুখ আছিল ঘৰত সি যি পুষ্টিৰ আহাৰ খাইছিল তাৰ সলনি জেলত শুকান ৰুটি আৰু শিলগুটি থকা দাইল খাই সি দিন কটাব লগীয়া হৈছিল। সেইকাৰণে দিনে দিনে তাৰ স্বাস্থ্য বেয়া হৈ আহিছিল। তদুপৰি বিশেষকৈ বৌয়েকৰ চিন্তাই তাক জুৰুলা কৰিলে আৰু সি দিনে দিনে শুকাবলৈ ধৰিলে।

মোকৰ্দ্দমাৰ সময়ত সি জিলা হস্পিতালত পৰি আছিল। বুকুৰ কামীহাড় এডালত বৰকৈ আঘাত লগাৰ কাৰণে বিষটো উপশম হোৱা নাছিল। সৰু সৰু হস্পিতালত এক্স-ৰেৰ ব্যৱস্থা নাছিল আৰু তাক ভাল ঔষধপাতিও দিয়া নাছিল। কাৰাদণ্ড দিয়াৰ পিচত গোপীক বেনাৰস জিলা-জেললৈ পঠাই দিলে। তাৰ সৌভাগ্য যে তাত সি এজন ভাল

কম্পাউণ্ডাৰক পালে। জেলৰ হস্পিতালত সাধাৰণতে ভাল ঔষধ নাথাকে কিন্তু কম্পাউণ্ডাৰজনৰ সহায়ত তাক ভাল ঔষধ দিয়া হ'ল আৰু অলপদিনৰ ভিতৰতে সি সুস্থ হ'ল। তাতেই গোপীয়ে মটৰু সিঙক লগ পায়। মটৰু সিং ঘাঘৰাৰ দীয়ৰ গাৱঁৰ এজন নামকৰা পালোৱান আছিল। একে ব্যৱসায়ৰ মানুহ বুলি আগতেই দুয়োৰে ভিতৰত চিনাকি আছিল। গোপীৰ গাৱঁৰ পৰা দীয়ৰ গাৱঁলৈ আঠ মাইল। মটৰুৱে ঘাঘৰা নৈৰ পাৰত দীয়ৰ গাৱঁৰ এমূৰত এটা ঘৰসাজি ল'ৰা তিৰোতাৰ লগত বাস কৰিছিল। মটৰুৰ সম্বন্ধে দীয়ৰ গাৱঁৰ মানুহৰ মুখে মুখে চলি অহা এটা কথা আছিল যে তাৰ হাতীৰ নিচিনা শক্তি থকাৰ কাৰণে হিংসাত কোনোবা এটা পালোৱানে তামোলত তাক কিবা বস্তু এটা খুওৱাৰ পিচৰ পৰা তাৰ হাঁপানী ৰোগ হয়। মটৰুয়ে অনেক চিকিৎসা কৰিলে কিন্তু হাঁপানী ৰোগ ভাল নহ'ল। উপায়হীন হৈ শেহত মটৰুৱে পালোৱানী এৰি দিয়ে আৰু বিয়া বাৰু কৰাই এজন সাধাৰণ খেতিয়কৰ নিচিনাকৈ জীৱন কটাবলৈ ধৰিলে। সি দুটা সন্তানৰ বাপেক।

একপ্ৰকাৰে মটৰুক দীয়ৰত ৰজা বুলি মানিছিল। সি ঘাঘৰা নৈৰ পাৰত এমাইলমান জোৰা খেতিৰ পথাৰখনৰ একমাত্ৰ বজা আছিল। ঘাঘৰা নৈৰ পানীৰ সোঁতৰ লগত মটৰুৰ জীৱনৰ সোঁত বৈছিল। যেতিয়া ঘাঘৰাৰ পানী কম হয় তেতিয়া মটৰু ঘাঘৰাৰ পাৰতে থাকে আৰু বাৰিষা ঘাঘৰাৰ পানী বঢ়াৰ ফলত বানপানী হলেই সি পুৰণি ঘৰলৈ গুচি যায়। আৰু পানী কম হ'লে আকৌ ঘূৰি আহে। যেনেকৈ এটা শিশুৱে মাকৰ আঁচলখন একমূহূৰ্তৰ কাৰণেও এৰি নিদিয়াৰ নিচিনাকৈ মটৰুৱেও "আই গঙ্গা"ৰ আঁচল খন এৰি নিদিয়ে।

আগতে নৈৰ পাৰত বালি পৰিলে বালিত জাও আদি বন বীয়া গছবোৰ গজিছিল আৰু বহাগ আৰু জেঠ মাহত এই গছবোৰ ডাঙৰ হলেই জমিদাৰবোৰে সেইবোৰ কটাই বিক্ৰী কৰিছিল। মানুহে ঘৰ সজাৰ কামত লগাবৰ কাৰণে সেই গছবোৰ কিনিছিল।

মটৰুৱে যেতিয়ালৈকে কুস্তিত মনপ্ৰাণ সঁপি দিছিল তেতিয়ালৈকে সি আন একো কথা চিন্তা কৰা নাছিল। তাৰ এটা ঘাট আছিল আৰু নাৱেৰে মানুহ পাৰ কৰাইছিল। ঘাটত তাৰ ইমান লাভ হৈছিল যে তাৰ ঘৰত গাখীৰ, দৈ, ফল, আৰু অন্যান্য খাদ্য সামগ্ৰীৰ কেতিয়াও অভাৱ নাছিল আৰু সি বৰ আনন্দৰে দিন কটাইছিল। তাৰ নাৱেৰে পাৰ হওঁতে কোনো গুৱালে তাক গাখীৰ নিদিয়াকৈ আৰু কোনো বেপাৰী ভাড়াৰ বাহিৰেও খাব লগীয়া ভাল বস্তু নিদিয়াকৈ নগৈছিল। মটৰুৰ কাৰণে সেয়েই যথেষ্ট আছিল। খোৰা, ডন-বৈঠক কৰা আৰু বঠা মাৰোতে তাৰ নোদোকা খালী গাটো মানুহক দেখুওৱাৰ বাহিৰে আন কোনো কাম নাছিল।

কিন্তু কুস্তি এৰি দি গৃহস্থী আৰম্ভ কৰাৰ পিচত সি ঘাট এৰিলে আৰু তাৰ আয়ো বন্ধ হ'ল। সি তাৰ জুপুৰী ঘৰটোৰ ওচৰতে মূঢ়ানী মাটি ভাঙি শহুৰেকে দিয়া গৰু হালেৰে খেতি কৰিবলৈ আৰম্ভ কৰিলে। খেতিত সি ইমান বেচি ধান পালে যে গাৱঁৰ মানুহ আশ্চৰ্য্য হ'ল।

দুই তিনি বছৰৰ পিচতে মটৰুৱে থাকিবলৈ আহল-বহল ভাল ঘৰ সাজিলে। সি এহাল গৰু, এহাল ম'হ আৰু গাখীৰৰ কাৰণে দুজনী খিৰতী গাই কিনিলে। সি তাৰ মাটিৰ সীমাও বঢ়ালে আৰু খেতিৰ কামত তাক সহায় কৰিবৰ কাৰণে এটা ডেকা খুলশালিয়েকক তাৰ ওচৰলৈ লৈ আহিল। তাৰ কঠোৰ পৰিশ্ৰমৰ ফলত শৰীৰৰ ঘাম সোণৰ পানী হৈ বৈ আহি শস্যভৰা পথাৰত পৰি তিৰ্‌বিৰাবলৈ ধৰিলে।

মটৰুৰ উন্নতিৰ সংবাদ জমিদাৰ সকলৰ কাণত পৰাত তেওঁলোক আচৰিত হ'ল। তেওঁলোকে কেতিয়াও ভবা নাছিল যে সেই মাটিত এনেভাবে সোণ গজিব পাৰে। তেওঁলোকে তাত গজা জাও আৰু অন্যান্য বনৰীয়া গছবোৰকেই অনেক বেচি বুলি ভাবিছিল। মটৰুৰ মাটিৰ পৰা গৰু-গাড়ীত ধানৰ বস্তুবোৰ গাঁৱৰ মানুহে লৈ যোৱা দেখি জমিদাৰ সকলে তেওঁলোকৰ মাটিতো খেতি কৰাৰ কথা চিন্তা কৰিলে কিন্তু হাবি পৰিষ্কাৰ কৰি তাত খেতি কৰিবলৈ কাৰো সাহ নহ'ল। শেহত এদিন গাঁৱৰ কিছুমান মানুহে জমিদাৰৰ ওচৰলৈ গৈ তেওঁলোকৰ মাটিত খেতি কৰিবলৈ অনুমতি বিচাৰিলে। জমিদাৰক তাতকৈ বেচি আৰু কি লাগিছিল? তেওঁলোকে প্ৰাৰ্থনা নকৰাকৈয়ে এটা বৰ পালে। তেওঁলোকে কৃষকৰ পৰা দুগুণ-চাৰিগুণ পইচা লৈ খেতি কৰিবলৈ মাটি দিলে।

সেই খবৰটো মটৰুৰ কাণত পৰাত সি আশ্চৰ্য্য হ'ল আৰু জমিদাৰ বিলাকে অনুচিত ভাবে খেতিয়কৰ পৰা পইচা লোৱাৰ কাৰণে তাৰ বৰ খং উঠিল। সি গাঁৱলৈ গৈ খেতিয়ক বিলাকক তেনে মূৰ্খামি কৰাৰ বাবে বুজাবলৈ ধৰিলে। সি ক'লে - "আই গংগাই বালি পেলোৱা মাটিত খেতি কৰাৰ বাবে জমিদাৰ সকলৰ পইচা লোৱাৰ কোনো অধিকাৰ নাই। যাৰ খেতি কৰিবলৈ ইচ্ছা আছে তেওঁলোক হাবি কাটি, মূঢ়ানী কৰিব পাৰে। জমিদাৰ সকলৰ লগত বন্দৱস্ত কৰাৰ প্ৰয়োজন কি? এই নতুন নিয়মটো বাহিৰ কৰিবৰ জমিদাৰ সকলৰ কোনো অধিকাৰ নাই।"

গাঁৱৰ মানুহ বিলাকৰ সেই সম্বন্ধে একো ধাৰণা নাছিল। সিহঁতে মটৰুকেই বেচি ভয় কৰিছিল। ভাবিছিল কাকো নোসোধাকৈ বিনা অনুমতিত খেতি কৰিবলৈ যাওঁতে মাত্ৰ মটৰুৱেই সিহঁতক বাধা দিব। কিন্তু এতিয়া দেখিলে মটৰুৱে গাঁৱৰ মানুহক সহায় কৰিবলৈ উদ্যত। মানুহবোৰে খেদ কৰি ক'লে, "আমিতো তিনি বছৰৰ আগধন জমিদাৰক দিলোঁ। আগতে জনা হেতেন ...."

"এতিয়াও জমিদাৰে একো কৰিব নোৱাৰে। তোমালোকে জমিদাৰৰ ওচৰলৈ যোৱা আৰু পইচাখিনি ঘূৰাই দিবলৈ কোৱাগৈ। ক'বা আমাক মাটি নালাগে। ইমানেই হ'ব পাৰে যে এটা বছৰ তোমালোকে তাত খেতি কৰিব নোৱাৰিবা; কিন্তু তাৰ পিচত তোমালোকক কোনেও বাধা দিব নোৱাৰে। আই গংগাৰ কোলা সকলো খেতিয়কৰ কাৰণে সদায় খোলা। তোমালোকক সাৱধান কৰি দিছোঁ যদি তোমালোকে এবাৰ জমিদাৰৰ লগত চুক্তি কৰি খেতি কৰিবলৈ আৰম্ভ কৰা, তোমালোকৰ পো আৰু নাতি-পুতি সকলো জমিদাৰৰ ফান্দৰ পৰা ওলাব নোৱাৰিব। তেনে অৱস্থা হ'লে, জমিদাৰবোৰৰ জিভা সাপৰ

জিভাৰ নিচিনা দীঘল হ'ব আৰু এদিন সকলোকে শেষ কৰিব। গতিকে আমি যদি একগোট হৈ মাটিৰ ওপৰত আমাৰ অধিকাৰ দাবী কৰোঁ, জমিদাৰে আমাক একো কৰিব নোৱাৰিব। আই গঙ্গাৰ ওপৰত জমিদাৰৰ কোনো অধিকাৰ নাই। আই গঙ্গাৰ পানী আৰু তাৰ পাৰৰ মাটিৰ ওপৰত সকলোৰে সমান অধিকাৰ আছে। তোমালোকে মোৰ কথা মানি লোৱা আৰু মোৰ লগত সহযোগিতা কৰিবা। চাম জমিদাৰে আমাক কি কৰিব পাৰে।"

খেতিয়ক বিলাকে এটা চেলু দেখুৱাই জমিদাৰক তেওঁলোকৰ পইচা খিনি ঘূৰাই দিবলৈ কোৱাত জমিদাৰে এটা কুটিল মিচিকিয়া হাঁহি মাৰিলে। জমিদাৰৰ তহবিলত টকা থকা সাপৰ মুখত এন্দুৰ পৰাৰ নিচিনা। এন্দুৰটোৱে সাপৰ মুখৰ পৰা ওলাই আহিবলৈ হেজাৰ বাৰ চেষ্টা কৰিলেও ওলাই আহিব নোৱাৰে। খেতিয়ক বিলাকে জমিদাৰৰ ঘৰত গণ্ডগোল কৰিলে কিন্তু একো ফল নহ'ল। জমিদাৰে সকলোকে ধমকি দি তাৰ পৰা খেদাই দিলে। খেতিয়কবিলাকৰ হাতত টকা দিয়াৰ কোনো ৰচিদ নাছিল আৰু সেই কাৰণে আইনমতে দাবী কৰিবলৈকো গাত বল নাছিল। অৱশে, তাৰ এটা সুফল হ'ল যে যি বিলাক খেতিয়কে জমিদাৰৰ পৰা মাটি লোৱাৰ কথা ভাবিছিল, তেওঁলোকে জমিদাৰৰ ওচৰলৈ যোৱাটো বন্ধ কৰিলে।

খেতিয়ক বিলাক কোনো জমিদাৰৰ ওচৰলৈ মাটিৰ কাৰণে নোযোৱাত সকলো জমিদাৰৰ খং উঠিল। অনুসন্ধান কৰি মটৰুৰ প্ৰৰোচনাত খেতিয়ক বোৰ তেওঁলোকৰ ওচৰলৈ যোৱা নাই বুলি জানিব পাৰি কেইজনমান জমিদাৰে এঠাইত গোট খাই আলোচনা কৰি মটৰুক তেওঁলোকৰ ওচৰলৈ মাতি পঠাবলৈ স্থিৰ কৰিলে।

মটৰু দীয়ৰ গাঁৱত তেতিয়ালৈকে এটা হাবিৰ বাঘৰ নিচিনা আছিল। জমিদাৰ বিলাকৰ সাহ নাছিল যে তেওঁলোকে তাক পোনে পোনে মাতি পঠায়। নৈৰ পাৰত মটৰুৰ অনেক মাটি আছিল আৰু সেইবোৰত খেতি কৰি সি যথেষ্ট ধান আৰু ঘেঁহু পাইছিল। গাঁৱৰ মানুহবোৰে তাক ভয় কৰিছিল আৰু সন্মানো কৰিছিল। তাৰ কাষেদি কোনো মানুহ গ'লে তাক দেখি সিহঁত সম্ভ্ৰমেৰে নমস্কাৰ নকৰাকৈ নগৈছিল।

জমিদাৰে মাতি পঠোৱাত তাৰ খং উঠিল আৰু সি সপষ্টকৈ কৈ দিলে জমিদাৰৰ ওচৰলৈ তাৰ যাবৰ কোনো প্ৰয়োজন নাই; যদি জমিদাৰৰ কিবা প্ৰয়োজন আছে তাৰ ওচৰলৈ আহিব পাৰে।

এনে ধৰণৰ পৰিস্থিতিত কাম কেনেকৈ বাহিৰ কৰিব পাৰি তাৰ কৌশল জমিদাৰসকলে ভালকৈ জানে। তেওঁলোকে তাৰ কাৰণে ভাল পাৰিতোষিক দি এজন চতুৰ আৰু অভিজ্ঞ গোমস্তা নিযুক্ত কৰি মটৰুৰ ওচৰলৈ পঠাই দিলে।

মটৰুৰ ওচৰলৈ গৈ গোমস্তাজনে মটৰুক 'জয় গঙ্গা' বুলি নমস্কাৰ কৰি ক'লে,"সিপাৰলৈ যাবলৈ আহিছোঁ। ভাবিলো যোৱাৰ আগতে তোমাক নমস্কাৰ এটা কৰি যাওঁ।"

ৰাতিপুৱা, মাঘ মাহ। নৈৰ পানীৰ ওপৰত ডাঠ ভাপৰ ধোঁৱা উৰিছিল আৰু নৈৰ

পাৰৰ পথাৰত ধানৰ গছবোৰ কুৰঁলীয়ে ছাটি থৈছিল। ঘাঁহৰ ওপৰত সূৰ্য্যৰ কোমল কিৰণ পৰা। নিয়ৰবোৰ মুকুতাৰ দৰে জিলিকি উঠিছিল। নৈৰ পাৰত কেইজনীমান গাই চৰি আছিল আৰু সিহঁতৰ পোৱালীবোৰে মাকহঁতৰ গাখীৰ খাই আছিল।

গাঢ় ৰঙৰ এখন লুঙ্গি আৰু এটা পাঞ্জাৱী পিন্ধি মটৰুৱে গৰুক দানা খুৱাইছিল। সি তাৰ অলপ আগতে দানা তৈয়াৰ কৰাৰ কাৰণে তাৰ হাতৰ কিলাকুটিলৈকে দানা লাগি আছিল। গোমস্তাজনলৈ চাই মটৰুৱে কলে, "ঘাটত নাও মেলিবৰ এতিয়াও অনেক সময় আছে। ধপাত খাবানেকি?" কৈয়েই সি মূঢ়া এটাত বহি পৰিল আৰু গোমস্তাজনো আন এটা মূঢ়াত বহিল। মটৰুৱে পুতেকক মাতিলে,"লখনা, চিলিমত ধপাত ভৰাই হোঁকাটো লৈ আহচোন।"

লখনা মটৰুৰ ডাঙৰ ল'ৰা, বয়স চাৰি বছৰ, দিগম্বৰ।

বাপেকৰ নিৰ্দেশমতে সি এহাতত হোঁকা আৰু আনটো হাতত ধোঁৱা ওলাই থকা চিলিমটো আনি বাপেকক দিলে।

মটৰুৰ শকত, স্বাস্থ্যবান আৰু নোদোকা ল'ৰাটোলৈ চাই গোমস্তাজনে সুধিলে,"কি অ'মইনা, তোৰ জাৰ লগা নাইনে?"

ল'ৰাটোৱে মিচিকিয়া হাঁহি এটা মাৰি তলমূৰ কৰিলে।

"ই কাপোৰ কানি পিন্ধিবলৈ একেবাৰে ভাল নাপায়। ৰাতি শুই থাকোতেও ইমান জাৰতো গাব কাপোৰ খহাই থয়," মটৰুৱে ক'লে।

গোমস্তাজনে ক'লে,"কাৰ ল'ৰা সেইটোও তো চাব লাগিব। সিও তোমাৰ নিচিনা পালোৱান হ'ব।"

"এবা, পাঁচ বছৰ বয়সলৈকে কাপোৰ কি বস্তু ময়ো জনা নাছিলোঁ। ডাঙৰ হৈয়ো জানিছিলো এখন গামোচা আৰু এটা হাফ পেন্টেই মানুহৰ সাজ-পাৰ। আই গঙ্গাৰ মাটি আৰু পানী গাত সদায় লাগি থকাৰ কাৰণে গৰম ঠাণ্ডা আৰু ৰোগ ব্যাধি কাক কয় জনা নাছিলো। কিন্তু কপাল বেয়া, হাঁপানী ৰোগটোৱে মোক ধৰি দুৰ্ব্বল কৰি পেলালে", মটৰুৱে ক'লে আৰু চিলিমটোত থকা এঙাৰখিনি ফুৱাবলৈ ধৰিলে।

এৰা, হাঁপানী ৰোগটো বৰ বেয়া, এবাৰ মানুহক ধৰিলে এৰি নিদিয়ে," গোমস্তা জনে ক'লে।

"সেই বোৰ কথা এৰা আৰু ধপাত খোৱা। ঈশ্বৰে সকলোৰে ভাল কৰে," কৈ মটৰুৱে চিলিমটো আগ বঢ়াই দিলে।

চিলিমটোত হোঁপা এটা মাৰি গোমস্তাজনে ক'লে, "মানুহ তোমাৰ নিচিনা হ'ব লাগে যি শত্ৰুকো ভাল মানুহ বুলি ভাবে।"

"তুমি কোন গাঁৱৰ মানুহ? কায়স্থ যেন লাগিছে," মটৰুৱে সুধিলে।

"মোৰ ঘৰ বালুপুৰত কিন্তু কাম জিন্দাপৰৰ জমিদাৰৰ ঘৰত কৰোঁ।" ধোঁৱা খিনি মুখৰ পৰা উলিয়াই নিজৰ উদ্দেশ্যৰ কথা গোমস্তাজনে স্পষ্টকৈ ক'লে, "শুনিছোঁ জমিদাৰ

সকলে তোমাক মাতিছিল আৰু তুমি যাবলৈ অস্বীকাৰ কৰিলো।"

মটৰুৰ হাঁহি মুখীয়া মুখখন মুহূৰ্ত্তৰ ভিতৰতে গম্ভীৰ হ'ল আৰু তীক্ষ্ণ দৃষ্টিৰে গোমস্তাজনলৈ চাই সি ক'লে, "মই জমিদাৰৰ তলতীয়া নেকি মাতিলেই ল'ৰি যাম?"

"নহয় ককাই, মোৰ সোধাৰ কোনো উদ্দেশ্য নাই। তোমাৰ ক্ষমতাৰ কথা কোনে নাজানে? তুমি তোমাৰ ক্ষমতা অনুযায়ী ঠিক কথাই কৈছা। কিন্তু শুনিছো সকলো জমিদাৰে একগোট হৈ তোমালৈ এখন জাননী পঠিয়াব যে তেওঁলোকৰো দীয়ৰত ভাগ আছে। তুমি ..... "

গোমস্তাজনৰ কথা শেষ হোৱাৰ আগতেই মটৰুৱে জোৰেৰে ক'লে, "মোলৈ জাননী পঠিয়াবৰ সিহঁত কোন? এই মাটিখিনি আই গঙ্গাৰ মাটি আৰু তেওঁৰ বাহিৰে মই কাকো নাজানো। শুনি লোৱা, তোমাৰ ইচ্ছা হলে কবা যে দীয়ৰত জমিদাৰ বা জমিদাৰৰ ল'ৰা ছোৱালী কোনোবা থিয় হ'লে মই সিহঁতৰ ঠেং নাভাঙি এৰি নিদিম।"

"ঐ, ককাই, তুমি এনেয়ে খং কৰিছা। মোৰ কি গৰজ পৰিছে সেই কথাটো মই জমিদাৰক ক'ম? অৱশ্যে কথাত কথা ওলালে সেইটো বেলেগ কথা। এৰা, এইটোও শুনি আহিৰ্ছো যে তুমি জমিদাৰ সকলৰ লগত বন্দৱস্ত কৰি দীয়ৰত তোমাৰ মাটিৰ অংশটো নিৰ্দ্ধাৰিত কৰিব পাৰা।"

মটৰুৰ হাঁহি উঠিল। সি কলে, " মটৰু পালোৱানে কাৰো দয়া নিবিচাৰে আৰু 'আই গঙ্গাৰ' বাহিৰে কাৰো ওচৰত হাত নাপাতে। চাম জমিদাৰে খেতিয়কৰ পৰা কেনেকৈ খাজানা লয় আৰু খাজানা লৈ খেতি কৰিবলৈ দিয়ে। মতা মানুহৰ কথা এটা। মই গঙ্গা আইৰ শপত খাই কৈছো মোক যদি কোনোবাই জোকায় তাক শুদাই নেৰিম।"

"ককাই, তুমিযে শুদাই নেৰিবা মই জানো, কিন্তু সঁচা কথা নকৈ নোৱাৰোঁ এই জমিদাৰবোৰ বৰ বেয়া মানুহ। সিহঁতৰ লগত কাম কৰি মোৰ আধা জীৱন গ'ল। আমাৰ নিচিনা হোজা মানুহবোৰে সিহঁতৰ লগত যুঁজ কৰা ঠিক নহয়। সিহঁতে সঁচা মিছা, ন্যায়-অন্যায় আৰু ডাঙৰ সৰু একো নেদেখে। চৰকাৰী চাকৰিয়ালবোৰ সদায় সিহঁতৰ ঘৰলৈ আহে। সিহঁতৰ লগত তুমি কেনেকৈ ফেৰ মাৰিবা? তাৰোপৰি কাগজ পত্ৰত গাৱঁৰ মানুহবোৰৰ টিপ চহী আছে। গতিকে আইনৰ পিনৰ পৰা সিহঁতৰ বিৰুদ্ধে কেনেকৈ যুঁজিবা? সেই পিনৰ পৰা তুমি একো কৰিব নোৱাৰিবা।"

"আইন কানুনৰ কথা সিহঁতে ঘৰতেই পাতক। মই তালৈ ভয় নকৰোঁ। মই মাত্ৰ জানো সেইমাটি আই গঙ্গাৰ। যাৰ ইচ্ছা সি তাত খেতি কৰক আৰু খাওক। জমিদাৰে যদি সেই পিনে চকু দিয়ে মই সিহঁতৰ চকু ফুটাই দিম। ইমানদিনে সিহঁতৰ আইন-কানুন ক'ত আছিল? মই পৰিশ্ৰম কৰি খেতি কৰিছোঁ আৰু পথাৰত মোৰ ধানবোৰ দেখি এতিয়া সিহঁতৰ চকু পুৰিছে। কেতিয়াও কান্ধত নাঙল নোলোৱা জমিদাৰে এতিয়া মাটিৰ ভাগ লবলৈ আহিছে। কোৱাঁচোন জমিদাৰে নিজে হাল বাই তাত খেতি কৰিব পাৰিবনে? সিহঁতে হোজা খেতিয়ক কেইটাক ঠগিবলৈ আৰু ঠাই নেপালে। বেচেৰা খেতিয়কবোৰে

পৰিশ্ৰম কৰি খেতি কৰিব আৰু জমিদাৰ কেইটাই মাজতে আহি তাৰ ভাগ ল'বহি। ইয়াত মই সেইটো হবলৈ নিদিম। সিহঁতক কৈ দিবা দীয়ৰত গঙ্গা আঁইৰ ৰাজত্ব। তাত যদি সিহঁতে ভৰি দিয়েহি তাৰ ফল ভাল নহ'ব, এটাও জীয়াই নাথাকিব। এতিয়া উঠা, ঘাট খুলিবৰ সময় হ'ল।"

গোমস্তাজনে এটা কথাও উচ্চাৰণ নকৰিলে আৰু তেওঁ গম্ভীৰভাবেৰে বহাৰ পৰা উঠিল। মটৰুৱে বাটে বাটে বক বকাই গল, "হুঁ, গঙ্গা আইৰ আঁচলত ধৰিবলৈ ইহঁতৰ সাহ চোঁৱা!"

দীয়ৰত মটৰু আৰু তাৰ লগৰ লাঠিয়াল বিলাকৰ লগত প্ৰতিদ্বন্দিতা কৰাযে বিপদজনক সেই জমিদাৰ আৰু পুলিচেও জানিছিল। সিহঁতৰ লগত যুঁজ কৰিবলৈ যোৱা মানে সাপৰ গাঁতত হাত সুমুওৱা।

কেইবামাইলো দীঘল আৰু সেই অনুপাতে বহল জাও বনৰ মাজত কোনো ৰাস্তা নাছিল। ৰাস্তা ভুল কৰি যদি কোনো মানুহ এবাৰ তাত সোমায়, তাৰ পৰা ওলাই অহা দুস্কৰ আছিল। সেইকাৰণে অতি কম মানুহহে হাবিৰ ভিতৰলৈ গৈছিল। বিশেষ কামত কেতিয়াবা মানুহ দলপাতি গ'লেও বেলি বহাৰ আগে আগে হাবিৰ পৰা ওলাই আহিছিল। মানুহে কয় সেই হাবিত ডকাইতো থাকে। হাবিখনৰ কাষতে মটৰুৰ খেতিৰ মাটি। কেতিয়াবা সেইপিনে জমিদাৰ বা জমিদাৰৰ মানুহ গ'লে পুলিচ লৈ গৈছিল।

জেঠ মাহ শেষ হোৱাৰ লগে লগে মানুহে আহুধান কাটিলে। মটৰুৱে ধানবোৰ পথাৰতে মাৰি ঘৰলৈ আনিলে আৰু কিছুমান ধান ঘৈনীয়েক আৰু ল'ৰাকেইটাৰ লগত শহুৰেকৰ ঘৰলৈ পঠাই দিলে। আই গঙ্গাৰ মহিমা বুজা টান, বাৰিষা যিকোনো সময়তে নৈত ধল আহিব পাৰে। তাৰ পৰিয়ালটোক শহুৰেকৰ ঘৰলৈ পঠিয়াই দি মটৰু নিশ্চিন্ত হ'ল। শহুৰেকে মটৰুকো মাতিছিল কিন্তু সি নগ'ল। মটৰুৰ গাত নৈৰ বতাহ নালাগিলে টোপনি নাহিছিল আৰু আই গঙ্গাৰ পানীৰ ঠাইত নাদৰ পানী খাই তাৰ আত্মাই শান্তি নেপাইছিল।

মটৰুৱে এটা কাম কৰিলে। সি ওচৰৰ গাওঁকেইখন মানলৈ সূচনা পঠালে, কোনো মানুহে ইচ্ছা কৰিলে নৈৰ পাৰত থকা জাও গছ, নল, খাগৰি আদি বিনামূলীয়াকৈ কাটি নিব পাৰে। সেইবোৰৰ কাৰণে জমিদাৰৰ ওচৰলৈ গৈ পইচা দি কিনিবৰ কোনো প্ৰয়োজন নাই। আই গঙ্গাৰ সম্পত্তিৰ ওপৰত সকলোৰে সমান অধিকাৰ আছে।

তাৰ পিচদিনাৰে পৰা নৈৰ পাৰৰ হাবিলৈ গাৱঁৰ মানুহৰ লানি নিছিগা হ'ল। মানুহে ৰাতিপুৱাৰ পৰা গধূলিলৈকে কান্ধত আৰু মূৰত তুলি জাও গছ, বাঁহ আৰু নল-খাগৰি আদি নিবলৈ ধৰিলে।

কথাটো জমিদাৰ সকলৰ কাণত পৰাত খঙত তেওঁলোক জ্বলি পকি উঠিল। আগতে মানুহে সেইবোৰ জমিদাৰৰ পৰা কিনিছিল। এদিন বা দুদিনৰ কথা নহয় চিৰদিনলৈ তেওঁলোকৰ আয়ৰ পথ এটা বন্ধহৈ গ'ল। তেনে অৱস্থাত কি কৰা উচিত হ'ব তাৰ

পৰামৰ্শৰ কাৰণে তেওঁলোকে পুলিচৰ ওচৰলৈ গ'ল। পুলিচে তেওঁলোকক কিছুদিন মনে মনে থাকিবলৈ ক'লে আৰু তাৰ কাৰণটো দেখুৱালে যে পুলিচে মটৰুক গ্ৰেপ্তাৰ কৰিলে গাৱঁৰ শ শ মানুহে লাঠিলৈ থানাখন ঘেৰি ধৰিব। থানাত মাত্ৰ দহটা বন্দুক আছে আৰু সেই দহটা বন্দুকে একো কৰিব নোৱাৰিব। আন এটা উপায় আছে চহৰৰ পৰা সৰহ সংখ্যক সশস্ত্ৰ গাৰ্ড মাতি অনা। কিন্তু গাৰ্ডক মাতিলেও যে সমস্যাটোৰ সমাধান হ'ব তাৰো কোনো নিশ্চয়তা নাই। তেনে অৱস্থাত পুলিচে জমিদাৰ সকলক উপদেশ দিলে কিছুদিনলৈ মটৰুক তেওঁলোকে নোজোকোৱাই উচিত হ'ব। লগতে কলে তেওঁলোকে তেতিয়ালৈকে অপেক্ষা কৰিব লাগিব যেতিয়ালৈকে লাঠি নভগাকৈ সাপটো মৰাৰ সুযোগ নাহে।

জমিদাৰ বিলাক চুপচাপ থাকিল। পুলিচৰ ওপৰতে তেওঁলোকে নিৰ্ভৰ কৰিছিল আৰু সেই পুলিচে অক্ষমতা প্ৰকাশ কৰাত তেওঁলোকৰ কৰিব লগীয়া আন একোৱেই নাছিল।

ইফালে গাৱঁৰ মানুহ বিলাকক দিহা পৰামৰ্শ দি মটৰু জাও গছ, অন্যান্য কাঠ, নল, খাগৰি আদি কটোৱাত ব্যস্ত থাকিল। তাত জমিদাৰৰ এটা প্ৰাণীও দেখা নগ'ল। চাৰিওপিনে আই গঙ্গাৰ জয়গীতৰ ধ্বনি বতাহত প্ৰতিধ্বনিত হ'ল, গাৱঁৰ মানুহবোৰে আই গঙ্গাক হেজাৰ বাৰ সেৱা কৰিলে।

* * *

আহাৰ মাহৰ শেষ ভাগত কেইবাদিনো একেৰাহে বৰষুণ দিয়াৰ কাৰণে নৈত ধল অহাত পানী আহি মানুহৰ পঁজাবোৰত সোমাল। মটৰুৰ পঁজাটোও নৈৰ পাৰতে থকাৰ কাৰণে তাৰ ঘৰতো পানী সোমাল আৰু সি অনুমান কৰিলে বৰষুণ নাথাকিলে পানীয়ে তাৰ ঘৰৰ মূধচ ছুবগৈ।

দিনত মটৰুৰ বিশেষ অসুবিধা হোৱা নাছিল কিন্তু ৰাতি সি শুব নোৱাৰিছিল যিহেতু যিকোনো সময়তে তাৰ ঘৰৰ ভিতৰত পানী এককাল হোৱাৰ সম্ভাৱনা আছিল। সি ঘৰৰ ভিতৰত অস্থায়ীভাৱে সজা চাঙৰ ওপৰত বহি সাগৰৰ নিচিনা সীমাহীন পানীলৈ চাই থাকে। আকাশত মেঘৰ গৰ্জ্জন আৰু বিজুলীৰ চমকনি। তলত পানীৰ সোঁতৰ ভয়লগা শব্দ। ভেকুলীৰ টোৰটোৰনি আৰু উইচিৰিঙাৰ চী-চিয়ণিৰ যেন প্ৰতিযোগিতাহে চলিছে। আকাশখনক ক'লামেঘে ছাটি থোৱাৰ কাৰণে দিনতেই আন্ধাৰ যেন লাগিছিল। মটৰুৱে বহি বহি আই গঙ্গাৰ সেই ভয়ঙ্কৰ ৰূপ দেখি ভাবিছিল যি মাকে স্নেহেৰে নিজৰ বুকুৰ গাখীৰ সন্তানক খুৱায় সেই মাকে খং উঠিলে কেতিয়াবা গালত চৰো মাৰে।

শাওণ মাহ সোমোৱাৰ লগে লগে মটৰুৰ ঘৰটোত পানী এককাল হ'ল। সি অনুভৱ কৰিলে আই গঙ্গা নিশ্চয় তাৰ ওপৰত ৰুষ্ট হৈছে। যেন তেওঁ লৰমাৰি আগে আগে গৈ আছে আৰু মাকক ধৰিবৰ কাৰণে পিচে পিচে সি লৰি গৈ মাকৰ আঁচলত ধৰি

সুধিছে "আই, ইমানদিনে মোৰ ওপৰত তুমি কিয় খং কৰি আছা? খং নকৰিবা, মোক ক্ষমা কৰা।" মাক পুতেকৰ ল'ৰা-ধপৰা খেলা প্ৰত্যেক বছৰে হয়। কেতিয়াবা মাক দৌৰিলে পুতেক পিচে পিচে দৌৰে, আৰু কেতিয়াবা পুতেক দৌৰিলে তাক ধৰিবলৈ মাক তাৰ পিচে পিচে দৌৰে। এই খেলাত কিমান আনন্দ পোৱা যায়!

শেহত যেতিয়া নৈ খন সাগৰ হ'ল আৰু পাৰত মটৰুৰ কাৰণে ঠাই নৰ'ল, সি তাৰ পৰা আঁতৰি গৈ গাওঁ এখনত এটা জুপুৰী ঘৰ সাজিলে। সি নতুন ঘৰটোত বহি আই গঙ্গাৰ আঁচলখন এৰি দি গুচি অহাৰ কাৰণে নীৰৱে চকুলো টুকিলে। সি সাগৰত উঠলি উঠা ঢৌৰ নিচিনা পানীৰ ঢৌবোৰলৈ চাই থাকে যেন সেই ঢৌ ধ্বংস লীলাৰ কাৰণেই আগবাঢ়ি আহিছে। মাজে মাজে এটা সৰু ল'ৰাৰ মনলৈ অহাৰ দৰে তাৰ মনলৈ ভাৱ আহে যেন সেই ঢৌৰ ওপৰেদি সি লৰমাৰি যাব আৰু পানীৰ ওপৰতে দিনটো খেলি থাকিব। সি ভাবে মাকৰ শক্তিতকৈ পুতেকৰ শক্তি কম জানো? এটা জুপুৰীঘৰ পানীত উটি গৈ থকা দেখিলে সি কয়, "আই, এইটো তুমি কি কৰিলা? তোমাৰ কোনোবা এটা পুতেৰাৰ ঘৰখন এনেভাবে ধ্বংস কৰিলা কিয়? ইমান খং ভাল জানো?"

গাঁৱৰ হাৱা পানী আৰু পৰিবেশ তাৰ সমূলি ভাল নালাগে, তাত থাকিলে যেন তাৰ উশাহ বন্ধ হৈ যায়। তাৰ নৈৰ পাৰৰ ঘৰখনৰ কথা মনত পৰে। তাৰ ঘৰৰ সম্মুখত সীমাহীন বিশাল, মুকলি পথাৰ, নিৰ্মল বতাহ, কোমল মাটি আৰু তাৰ সুগন্ধ আৰু কোমল ৰ'দৰ কথা তাৰ মনত পৰিলে মনটোৱে হাহাকাৰ কৰি উঠে। সেই সকলোবোৰৰ পৰা বঞ্চিত হোৱাৰ কাৰণে মাজে মাজে তাৰ মনলৈ এনেভাৱ আহে যেন সি তাৰ চকুৰ আগত নাচি থকা ঢৌবোৰৰ ওপৰত জাপ মাৰি পৰি চিৰদিনলৈ নিঃচিহ্ন হৈ যাব। কিন্তু পিচ মুহূৰ্ততে তাৰ ঘৈনীয়েক আৰু ল'ৰা কেইটাৰ কথা মনত পৰে আৰু সি অনুভৱ কৰে তেনে কথা চিন্তা কৰাটো তাৰ উচিত হোৱা নাই, সি কোনো মতেই তাৰ মৰমৰ ঘৈণীয়েক আৰু ল'ৰা কেইটাক এৰি যাব নোৱাৰে, সেইটো কোনোমতেই হব নোৱাৰে।

তাৰ মনত পৰে সি কেতিয়াবা শহুৰেকৰ ঘৰলৈ গলে এদিন বা দুদিনৰ বেচি নাথাকে কিয়নো আই গঙ্গাই তাক মাতি পঠায় আৰু মাকৰ আহ্বান সি কেতিয়াও উপেক্ষা কৰিব নোৱাৰে।

***

সেই নিশা তেনেধৰণৰ চিন্তাবোৰ মনলৈ অহাৰ পিচত মটৰুৰ চকুলৈ টোপনি আহিল। ৰিব্ ৰিব্কৈ পাতল ঠাণ্ডা বতাহ বৈ থকাৰ কাৰণে মনৰ দুশ্চিন্তা সত্ত্বেও অলপ পিচতে সি টোপনিত লালকাল হ'ল।

টোপনিতে তাৰ এনে অনুভৱ হ'ল যেন তাৰ মনৰ সকলো বোজা হঠাতে আহি তাৰ বুকুৰ ওপৰত পৰিছে আৰু সেই ভাৰ সহিবলৈ সি টান পাইছে। সি খকমককৈ চকু

মেলি দেখিলে দুটা পুলিচ তাৰ ওচৰত থিয় হৈ আছে আৰু তাৰ হাতত হাতকড়া লগোৱা আছে। সি উঠি বহিল আৰু মুহূৰ্ত্তৰ ভিতৰতে সকলো কথা জানি গ'ল। খং আৰু ঘৃণাত সি কঁপি কঁপি দাঁত কৰচিবলৈ ধৰিলে।

সি সেই গাওঁখনলৈ অহাৰ পিচৰে পৰা পুলিচে তাক অনুসৰণ কৰিছিল। সেইদিনা সুযোগ পাই পুলিচে তাক গ্ৰেপ্তাৰ কৰিলে। পুলিচে যে তাক অনুসৰণ কৰি আছিল সেই কথা সি ঘৃণাক্ষৰেও জনা নাছিল। ৰাতিয়েই মটৰুক জিলাৰ হাজোতলৈ পঠাই দিলে আৰু গাৱঁৰ মানুহবোৰক পুলিচে এনে কঠিন ভাবে নিয়ন্ত্ৰণ কৰিলে যে কোনেও একো কৰিব নোৱাৰিলে।

পুলিচে প্ৰথম সূচনা প্ৰতিবেদন আৰু সাক্ষী আগতেই তৈয়াৰ কৰি থৈছিল। মটৰুৰ শহুৰেকে থানালৈ গৈ জানিব পাৰিলে জোঁৱায়েকক ডকাইতিৰ অপৰাধত গ্ৰেপ্তাৰ কৰিছে। পুলিচে তাৰ ঘৰটো থানা তালাচ কৰি তাত জিন্দা পুৰ জমিদাৰ নাথুনি সিঙৰ গহনা পাইছে বুলি পুলিচৰ প্ৰথম সূচনা প্ৰতিবেদনত লিখা আছে। সকলো সাজি কোৱা কথা। আদালতত ডকাইতিৰ অপৰাধত মটৰুৰ বিৰুদ্ধে মোকৰ্দ্দমা আৰম্ভ হ'ল।

মটৰুক ডকাইতিৰ অপৰাধত গ্ৰেপ্তাৰ কৰাৰ সংবাদ যাৰ কাণত পৰিল, সকলো স্তম্ভিত হ'ল আৰু সেই অপৰাধ মটৰুক চিনি পোৱা আৰু তাৰ সম্বন্ধে জনা কোনো মানুহেই বিশ্বাস নকৰিলে। কিন্তু জমিদাৰে ইমান বেচি টকা খৰচ কৰিলে যে কিনা সাক্ষীৰ অভাৱ নহ'ল আৰু পুলিচেও সেইমতেই মোকৰ্দ্দমাটো আদালতত দিলে।

মোকৰ্দ্দমাটো নিম্নতৰ আদালতৰ পৰা চেচন আদালতলৈ গ'ল। মটৰুৰ শহুৰেক আৰু জেঠেৰিয়েকে অনেক টকা খৰচ কৰিলে কিন্তু মটৰুক নিৰপৰাধী বুলি প্ৰমাণ কৰাব নোৱাৰিলে। শেহত ডকাইতিৰ অপৰাধত তাক তিনিবছৰ সশ্ৰম কাৰাদণ্ড দি বেনাৰস জেললৈ পঠাই দিলে।

## ছয়

গোপীৰ বৌয়েকৰ জীৱনটো এটা সাধনাৰ জীৱন হৈ পৰিল।

তাইৰ অন্তৰত জাগি উঠা গিৰিয়েকৰ স্মৃতি দমাই ৰাখি তাই দিনে ৰাতিয়ে যি কোনো এটা কামত নিজকে ব্যস্ত ৰাখিলে। তাইৰ চকুৰ পৰা চকুলো বাগৰি আহে আৰু হাত দুটাই কাম কৰি থাকে। শহুৰ শাহুৱেকে নীৰৱে তাইৰ কাৰ্য কলাপবোৰ চাই থাকে, তেওঁলোকৰ মুখৰ পৰা এটা কথাও বাহিৰ নহয়। এজনী কম বয়সীয়া বিধৱাক সান্ত্বনা দিব পৰা কি কথাই বা বাহিৰ হব? এটা সন্তান থকা হেতেন তাৰ কাৰণেই জীয়াই থকাৰ

কথা ক'ব পাৰিলেহেতেন। কিন্তু তেওঁলোকৰ সেই ভাগ্যও নাই। এজনী বিধৱাৰ জীৱন এডোখৰ শুকান কাঠৰ নিচিনা, য'ত কেতিয়াও সেউজীয়া পাত নধৰে আৰু কেতিয়াও ফল-ফুল নালাগে। নীৰস, প্ৰাণহীন আৰু নিৰানন্দ, যেন ধৰিত্ৰীৰ ব্যৰ্থতাৰ সকলো ভাৰ বহন কৰিবৰ কাৰণেই তাৰ উৎপত্তি। অৱশ্যে শুকান কাঠক খৰি হিচাপে ব্যৱহাৰ কৰা হয়। গৃহস্থ জীৱনত বিধৱাকো খৰিৰ নিচিনাকৈ ব্যৱহাৰ কৰা হয় যি গোটেই জীৱনটো নিজকে জ্বলাই ঘৰখনৰ সকলোকে সেৱা-শুশ্ৰূষা কৰে আৰু তাৰ ফল আনক ভোগ কৰিবলৈ দি নিজে এসোপা ছাই হৈ ৰয়।

গোপীৰ বৌয়েকৰ সেই একে অৱস্থাই আছিল। তাই ঘৰখনৰ সকলো কাম কৰে। বুঢ়ী শাহুৱেকে ঘৰৰ এচুকত বহি পুতেহঁতক স্মৰণ কৰি কান্দি থাকে আৰু শহুৰেকে কপালত থপৰিয়াই হুমুনিয়াহ কাঢ়ে। তেওঁ গভীৰ মানসিক পীড়াত ডুব গৈ থাকে এয়া কি হ'ল? কি আছিল আৰু কি হ'ল? বুঢ়াৰ ঘৰখনৰ আগৰ সেউজীয়া ৰংটোৰ কথা মনত পৰে আৰু তেওঁৰ চকুৰ পৰা দুধাৰ চকুলো ওলাই আহে। "হে ঈশ্বৰ! তুমি এনেকুৱা কিয় কৰিলা? মই কি পাপ কৰিছিলো যাৰ এতিয়া পৰাচিত কৰিছো," তেওঁ কৰুণ ভাৱে ঈশ্বৰক প্ৰশ্ন কৰে।

কেতিয়াবা কেতিয়াবা এনেকুৱা হয় ঘৰখনৰ তিনিওটা প্ৰাণীয়ে পৰস্পৰক সান্ত্বনা দিবৰ কাৰণে একেলগে হয় আৰু কান্দে। সেই সময়ত তেওঁলোকক সান্ত্বনা দিবৰ কাৰণে ওচৰঘৰীয়া আহি সান্ত্বনা দি তিনিওৰে কান্দোন থমায় আৰু মানুহবোৰ যোৱাৰ পিচত ঘৰ খনক এটা গম্ভীৰ নীৰৱতাই গ্ৰাস কৰে যেন তাত কোনো মানুহেই নাই। তেওঁলোকৰ নিস্তেজ আৰু শেঁতা মুখকেইখন দেখিলে অনুমান হয় বেদনাৰ আতিশয্যই শৰীৰৰ তেজ লাহে লাহে শোষণ কৰিছে। হায়, তেওঁলোক কি আছিল আৰু এতিয়া কি হ'ল! সেই সময়ত বেচেৰা গোপী জেলৰ পৰা লৰি আহি যদি তেওঁলোকক্ক সান্ত্বনা দিলেহি হেতেন তেওঁলোকে অনেক সান্ত্বনা পালেহেঁতেন!

গোপীৰ বৌয়েকৰ ৰাতি ভাল টোপনি নাহে। কেতিয়াবা ভাল টোপনি আহিলেও ভয়ঙ্কৰ সপোনে মাজৰাতিতে টোপনি ভাঙি দিয়ে আৰু সাৰ পোৱাৰ পিচত তাইৰ অতীতৰ সকলো কথা মনত পৰে, ৰাতিৰ গভীৰতা আৰু নিস্তব্ধতাই অতীতৰ সকলো ইতিহাসৰ ওপৰত ভয় আৰু ত্ৰাসৰ প্ৰলেপ সানি দিয়ে। তাই ভয়ত বিছনাত ইকাটি সিকাটি কৰি ছটফটাই থাকে আৰু কেতিয়াবা সেই মাজ ৰাতিতে উঠি কাঁহী বাটিৰ টুং টাং শব্দ শুনি শাহুৱেকে আনটো কোঠাৰ পৰা মাত লগায়, " বোৱাৰী, এতিয়াই কিয় উঠিলি? ৰাতিপুৱাবলৈ এতিয়াও অনেক বাকী আছে। শুই থাক, শুই থাক।"

বোৱাৰীয়েকে উত্তৰ দিয়ে, "ৰাতিপুৱাল মা, ভোটা তৰাটো ওলাল।"

"মোৰ টোপনি পূৰা হোৱাই নাই আৰু তই কৈছ ভোটা তৰাটো ওলাল। শুই থাক বোৱাৰী, শুই থাক। ঘৰত খাওঁতা মানুহনো কেইটা আছে যে ৰাতি নৌপুৱাওঁতেই কাঁহী-বাটি ধুবলৈ বহি গলি? শো বোৱাৰী, শুই থাক।"

# আঠ

গোপীৰ জেলৰ মিয়াদ আৰু দুবছৰ বাকী থাকোঁতই ছোৱালী যাচিবলৈ তাৰ ঘৰলৈ মানুহ অহা যোৱা কৰিবলৈ ধৰিলে । কিছুমানে তাৰ দেউতাকক আনকি অনুৰোধ কৰিলে তেওঁ যেন এতিয়াই ছোৱালীক আঙঠি পিন্ধাই থয় আৰু দুবছৰ পিছত গোপী জেলৰপৰা ওলাই অহাৰ পিছত বিয়াখন পাতি দিয়ে ।

গোপীৰ বিয়াৰ কথা চিন্তা কৰি তাৰ মাকৰ মনত আনন্দৰ সীমা নোহোৱা হ'ল। বুঢ়ীয়ে ছোৱালী যাচিবলৈ অহা মানুহবিলাকক আদৰ-যত্ন কৰাত অলপো ত্ৰুটি নকৰিলে আৰু বোৱাৰীয়েকক এইটো কৰ, সেইটো কৰ' বুলি আদেশে দিলে। কিন্তু তেনে ধৰণৰ মানুহ আহিলেই বোৱাৰীয়েক অন্যমনস্ক হৈ পৰে আৰু তাইৰ ইচ্ছাৰ বিৰুদ্ধেও তেওঁলোকক অতিথি সৎকাৰ কৰে। কেতিয়াবা মনৰ অসন্তুষ্টি দমন কৰিব নোৱাৰি তাই শাহুৱেকক কয়, "মা, ইমান লৰালৰি কৰাৰ আৱশ্যক কি ? তেওঁক জেলৰ পৰা ওলাবলৈ দিয়াচোন।" তাইৰ কথাৰ উত্তৰ শাহুৱেকে লগে লগে দিয়ে, " সি কেতিয়া ওলাই আহে তাৰ লগত বিয়া পতাৰ কি সম্বন্ধ আছে ? বিয়াতো পাতিব লাগিবই। গতিকে এতিয়াৰ পৰা ছোৱালী ঠিক কৰি থোৱাত ক্ষতি কি ? বুঢ়াৰ জীৱনৰ কোনো ঠিকনা নাই। তেওঁ থাকোতেই সকলো ব্যৱস্থা কৰা উচিত ?"

শাহুৱেকৰ তেনে উত্তৰত বোৱাৰীয়েকৰ মুখটো খঙত গৰম হৈ উঠে । কিন্তু তাক প্ৰকাশ নকৰি গম্ভীৰ হৈ তাই শাহুয়েকৰ ওচৰৰ পৰা গুচি যায় । খঙত তাই ওঁঠ দুখন টেপি ধৰে আৰু তাইৰ মনৰ অসন্তুষ্টি যেন শাহুৱেকে জানিব নোৱাৰে তাৰ বাবে প্ৰাণপ্ৰণে চেষ্টা কৰে ।

কিন্তু শাহুৱেকক তাই ফাঁকি দিব নোৱাৰে আৰু তাইৰ খং উঠিলে শাহুৱেকে বুজি পায় আৰু কয় "বোৱাৰী মোৰ আগত তই ইমান খং নেদেখুৱাবি। তোৰ কপালত যি আছে হাঁহি বা কান্দি তাকেই ভোগ কৰিবি। কিন্তু ভালভাৱে থাকিবি, নহ'লে ভাত মুঠিও খাবলৈ নাপাবি।"

"ভাত মুঠিৰ কাৰণে মই ইয়াত পৰি থাকিম নেকি? মোৰ মা-দেউতাহঁত নাই নেকি যে তাৰ কাৰণে ইয়াত হাত পাতিম? তেওঁলোকে মোক লৈ যাবলৈ অহা সত্বেও মই নগলো আৰু এতিয়া তাৰেই ফল ভুগিছো। ইয়াত মই কাৰ কাৰণে খাটি মৰিছোঁ মই জানো আৰু ঈশ্বৰে জানে," বোৱাৰীয়েকে মনৰ আক্ৰোশ দমন কৰিব নোৱাৰি একে উশাহে কৈ পেলালে।

বুঢ়ীয়েও নিজৰ জেদ নোৰিলে আৰু একে সুৰতে ক'লে, "মোৰ ওপৰত ইমান খং

দেখুৱাবৰ তই কোন? তই নিজকে কি বুলি ভাব? মোৰ হাত দুটা ভগা নাই। তোক মাৰ-বাপেৰে চাব যেতিয়া সিঁহতৰ ওচৰলৈ গুচি নাযাৱ কিয়? বুঢ়াটো বেমাৰত পৰি থকাৰ কাৰণে মই নিজকে থমাই ৰাখিছো নহ'লে তোৰ ইমান কথা ক'বৰ সাহ হ'লহেতেন নে?"

বুঢ়াই শাহুৱেক আৰু বোৱাৰীয়েকৰ সকলো কথা শুনি থাকে আৰু কপালত হাত চপৰিয়াই কয়, "হে ঈশ্বৰ! তুমি মোক তোমাৰ ওচৰলৈ লৈ যোৱা। সদায় ইহঁতৰ এই কাজিয়া মই সহ্য কৰিব নোৱাৰোঁ।"

সেই ঘৰ খনৰ প্ৰতি আজি-কালি ওচৰ-চুবুৰীয়াৰ আগৰ নিচিনা আকৰ্ষণ নাই। তালৈ গাঁৱৰ মানুহৰ অহা-যোৱাও আগতকৈ অনেক কম হ'ল। অৱশ্যে, মাজে সময়ে দুই-এজনী মানুহে খবৰ লৈ থাকে আৰু যেতিয়া কাজিয়া কৰি ভাগৰি পৰি শাহু আৰু বোৱাৰী দুয়োজনীয়ে কান্দিবলৈ ধৰে, সিহঁতৰ কান্দোন শুনি বুজনি দিবলৈ সিহঁত আহে আৰু বোৱাৰীয়েকক কয়হি, "তোৰ খং উঠা উচিত নহয়। কোন শাহুৰে বোৱাৰীয়েকক দুই এটা টান কথা নোকোৱাকৈ থাকে? তোৰ শহুৰ আৰু শাহুৰেৰক সেৱা শুশ্ৰূষা কৰিয়েই তো তই জীৱন কটাব লাগিব। তেওঁলোকৰ লগত কাজিয়া কৰি তই কি পাবি? তোৰ মা-দেউতা তোৰ জন্মৰহে লগৰীয়া, কৰ্মৰ লগৰীয়া নহয়। তোক বিয়া দিয়াৰ পিচত তেওঁ লোক তোৰ পৰা আঁতৰি গ'ল; তই এওঁলোকৰ লগতেই থাকিব লাগিব । বিয়া হোৱা ছোৱালী মাক বাপেকৰ ঘৰত থকাটো বৰ লাজৰ কথা।" সিঁহতৰ কথাবোৰ শুনি শাহুৱেকে বৰ নম্ৰ ভাবে কয়, "মই নো বোৱাৰীক কি বেয়া কথা কলোঁ? তঁহত সকলোৱে জান যে মই কেতিয়াও টান কথা নকওঁ। মোৰ এটা ডেকা পুতেক আমাক এৰি থৈ গুচি গ'ল, এটা জেলত আৰু বুঢ়াই এবছৰ ধৰি বিছনা এৰা নাই। এনে অৱস্থাত মোৰ গাত হুঁচ থাকে জানো? মোৰ এইটো পপীয়া জীৱ, কেতিয়াও বাহিৰ নহয়; মৰিবলৈ বিচাৰিলেও মৰণ নাহে।" শাহুৱেকে ভালদৰে জানে যে বোৱাৰীয়েকক মাক-বাপেকৰ ঘৰলৈ যাবলৈ কয় যদিও বোৱাৰীয়েক গ'লে বুঢ়ী বৰ বিপদত পৰিব। ঘৰখন চাব কোনে? কিন্তু ওচৰঘৰীয়া মানুহ কেইজনীক শুনাই কয়, "তিনিটা প্ৰাণীৰ এই সৰু ঘৰখন । কামেই বা কিমান ? মই নিজেই কৰিব পাৰোঁ আৰু কেতিয়াবা নিজেই কৰোঁ। আমিতো কোনো ৰজা-মহাৰজাৰ ঘৰৰ মানুহ নহয় যে কোনো কাম নকৰকৈ খাম।"

"শুন বোৱাৰী, শাহুৱেৰে যি কৈছে ঠিক কথাই কৈছে আৰু সকলো কথা তোৰ ভালৰ কাৰণে কৈছে। কাম নকৰা অভ্যাসটো নকৰিবি। গুৰুজনৰ মান সেৱা-শুশ্ৰূষাৰ দ্বাৰাহে হয়। ঈশ্বৰে নকৰক, যেন এনেকুৱা সময় নাহে যেতিয়া লোকৰ ঘৰত ধানবানি, কাম কৰি জীৱনটো কটাব লগীয়া হয়," মাইকী মানুহ কেইজনীৰ এজনীয়ে ক'লে।

মানুহজনীৰ কথাবোৰ বোৱাৰীয়েকৰ গাত গৰম লোহা লগাদি লাগে। কিন্তু তাই একো উত্তৰ নিদিয়ে। আচলতে তাতোকৈও বেচি টান কথাৰে তাইক আক্ৰমণ কৰাৰ

ভয়ত তাই সকলো কথা নীৰৱে শুনি যায়। তাই শাহুৰেকক মাক-বাপেকৰ ঘৰলৈ গুচি যোৱাৰ ভয় নিশ্চয় দেখুৱাইছিল কিন্তু আচলতে তাইৰ যোৱাৰ ইচ্ছা একেবাৰে নাছিল। তাইৰ মনৰ একোণত এটা আশাই বাৰে বাৰে ভুমুকি মাৰিছিল দেওৰেক জেলৰ পৰা ওলাই ঘৰলৈ আহিলে কিবা এটা নিশ্চয় হ'ব।

শাহু আৰু বোৱাৰীৰ মাজত মাজে-সময়ে কাজিয়া লাগি থাকিলেও পিচ মুহূৰ্ত্ততে পাহৰি যায় আৰু দুয়ো মিলি জুলি থাকে। কেতিয়াবা ওফোন্দ পাতি শাহুৱেকে ভাত নাখায় আৰু কেতিয়াবা বোৱাৰীয়েকে। কিন্তু খং মাৰ গলেই দুয়ো আকৌ স্বাভাৱিক হৈ পৰে আৰু জেদ কৰি ভাত নোখোৱাৰ কথা পাহৰি যায়।

শহুৰেকে বোৱাৰীয়েকক মৰম কৰিছিল কাৰণ তাই যেনেকৈ তেওঁৰ আলপৈচান ধৰিছিল তাৰ তুলনা নাছিল। গতিকে বুঢ়ীয়ে বোৱাৰীয়েকক কেতিয়াবা টান কথা ক'লে বুঢ়াই বাধা দি বোৱাৰীয়েকৰ সপক্ষে কৈছিল। তেওঁ গোপীৰ বিয়া সম্বন্ধীয় প্ৰস্তাৱ লৈ অহা মানুহবোৰৰ কথা বোৱাৰীয়েকক কৈছিল আৰু তাইৰ মত বিচাৰিছিল। বোৱাৰীয়েকে কৈছিল, "দেউতা তেওঁলোক বেয়া মানুহ নহয় কিন্তু আমাৰ পৰিয়ালৰ সমান নহয়। মানুহে ক'ব আগৰ বিয়াখন এটা বৰ ভাল পৰিয়ালৰ লগত হৈছিল আৰু পিচৰ বিয়াখনৰ পৰিয়ালটো তাতকৈ অনেক বেয়া।"

বুঢ়াই বোৱাৰীয়েকৰ কথা সমৰ্থন কৰি কয়, "তুমি ঠিক কথাই কৈছা, বোৱাৰী। প্ৰায় এশটামান পৰিয়ালক চালি জাৰি চাই মই তোমালোকৰ পৰিয়ালৰ লগত সম্বন্ধ পাতিছিলোঁ। গতিকে মানুহে মোক প্ৰশংসা নকৰিব কিয়? কিন্তু মোৰ কপাল বেয়া, ইমান সুখ আৰু আনন্দ ঈশ্বৰৰ সহ্য নহ'ল। ঘৰখন উজাৰ হ'ল। এটা ল'ৰা চিৰদিনলৈ গুচি গ'ল আৰু আনটো জেলত আছে। মোৰ ৰাম-সীতা আৰু লক্ষ্মণ-উৰ্মিলাৰ যোৰ ভাগি গ'ল আৰু মই হাত আৰু ভৰি নোহোৱা মানুহ হলোঁ। এতিয়া আৰু মোৰ দিন নাই, বুঢ়া আৰু বেমাৰী হলোঁ। খেতি-বাতি সকলো গ'ল। এতিয়া মোৰ ঘৰৰ লগত সম্বন্ধ পাতিবলৈ কোনো ভাল পৰিয়াল নাহিব। কোনে ইমান গাধন দিব?"

"মনটো সৰু নকৰিব দেউতা আৰু নিজকো সৰু বুলি নাভাবিব । এতিয়াও আমাৰ অৱস্থা বেয়া হোৱা নাই । জেলৰ পৰা আহিয়েই দেওৰে সকলো চম্ভালি ল'ব। সকলো আকৌ আগৰ নিচিনা হ'ব আৰু মানুহে আপোনাক খাতিৰ কৰিবহি। দেউতা, কামবোৰ অলপ ধীৰে ধীৰে হবলৈ দিয়ক । এতিয়া লৰালৰি কৰিবৰ প্ৰয়োজন নাই । প্ৰথমতে তেওঁক জেলৰ পৰা ওলাই আহিবলৈ দিয়ক ।" বোৱাৰীয়েকে ক'লে।

"হয় বোৱাৰী, সেইবোৰ ভাবি-চিন্তিয়েইতো মই কাকো কথা দিয়ানাই কিন্তু তোমাৰ শাহুৰেৰাই মোক শান্তিৰে থাকিবলৈ দিয়া নাই আৰু কয় 'আমাৰ জেল খটা ল'ৰা, সেই কাৰণে ছোৱালী আৰু পৰিয়ালটোৰ বেচি দোষ গুণ বিচাৰিব নালাগে।' মই কিন্তু শাহুৰেৰাৰ কথা মানি নলওঁ । ইমান লৰালৰি কৰিবলৈ তেওঁ কিয় কৈ আছে তাৰ কাৰণ মাত্ৰ তেওঁহে জানে । আমি এনেকুৱা হোৱা নাই যে এটা ভাল পৰিয়াল আমাৰ লগত সম্বন্ধ

পাতিবলৈ আমাৰ ওচৰলৈ নাহিব । আন একো নাথাকিলেও আমাৰ বংশ-মৰ্য্যাদা আছে। নহয় বোৱাৰী, মই শাহুৱেৰাৰ কথাত একেবাৰে সন্মত নহওঁ । মই যি ভাল দেখো তাকেই কৰিম।” শহুৰেকে একেৰাহে সকলো কথা কৈ পেলায় ।

* * *

এদিন অবেলি গোপীহঁতৰ গাওঁখনৰ এমূৰত তিনি আলিটোত বহি গাঁৱৰ মানুহ কেইটামানক ক'ৰবাৰ পৰা অহা এজন অচিনাকি মানুহে সুধিলেহি, “গোপী সিঙৰ ঘৰটো ক'ত ক'ব পাৰিবানে?”

গৰম কালিৰ গধুলি। লাহে লাহে আন্ধাৰ হৈ আহিছিল আৰু চাৰিওপিনে গছ গছনি থকাৰ কাৰণে ঠাইডোখৰ বেচি আন্ধাৰ হৈছিল । পথাৰত কাম কৰি আহি গা-পা ধুই গাঁৱৰ মানুহবোৰে তিনি আলিতে বহি গোটেই দিনটোৰ কথাবোৰ আলোচনা কৰিছিল। ওচৰৰ গছবোৰত চৰাইবোৰে চি-চিয়াইছিল, বতাহ নবলাৰ কাৰণে গছৰ এটা পাতো লৰা নাছিল ।

অচিনাকি মানুহজনৰ প্ৰশ্নটো শুনি সকলোৱে তেওঁৰ পিনে চালে । আগতে কোনেও নেদেখা মানুহ। শকত-আবত আটিল দেহ, বলিষ্ঠ আৰু স্বাস্থ্যবান । বুকুৰ ঘন ক'লা নোমবোৰ দেখা গৈছিল । তেওঁৰ মুখখন ঘন গোঁফ-ডাড়িৰে ঢাকখোৱা । চকুদুটা উজ্জল আৰু দৃষ্টি তীক্ষ্ন। মানুহজনৰ জঁটাৰ নিচিনা মূৰৰ চুলিবোৰ গলধনলৈকে বৈ পৰা।

প্ৰশ্নটো যাক কৰিছিল সেই মানুহটোৱে গোপীৰ ঘৰৰ ঠিকনাটো দি সুধিলে, “ক'ৰপৰা আহিছা?”

“কাশীৰ পৰা । তাত জেলত আছিলো।” মানুহজনে কোৱাৰ লগে লগে মানুহ এটাই সুধিলে, “আমাৰ গোপীও কাশী জেলত আছে । তাক তুমি লগ পাইছিলানে?”

অচিনাকি মানুহজনে উত্তৰ দিলে, “আমি দুয়ো একেলগে আছিলোঁ। তাৰ বাতৰি দিবলৈকে মই ইয়ালৈ আহিছোঁ।”

মানুহজনৰ কথা শুনি গাঁৱৰ আটাইকেইটা মানুহে তেওঁক চাৰিওপিনৰ পৰা ঘেৰি ধৰিলে। এজন বয়সীয়া মানুহে উৎসুক হৈ সুধিলে, “বোপাই গোপীৰ কথা কোৱাচোন ! সি ভালে আছেনে ? তাৰ কোনো কষ্ট হোৱা নাইতো?”

“খুব ভালে আছে, একো কষ্ট হোৱা নাই। মইতো তাৰ ওচৰৰ পৰাই আহিছোঁ। সি মোক তাৰ মাক দেউতাকক সকলো কথা কবলৈ কৈছে। তাৰ বাবে তোমালোকে কোনো চিন্তা নকৰিবা।” কৈয়েই মানুহজনে গোপীৰ ঘৰৰ পিনে খোজ ললে । আৰু তেওঁৰ পিচে পিচে সকলো মানুহ গ'ল। এটা মানুহ লৰমাৰি গোপীৰ দেউতাকক আগতীয়াকৈ খবৰ এটা দিবলৈ গ'ল।

“গোপীৰ বুকুত আঘাত লাগিছিল । ভাল হ'লনে?” এটা মানুহে সুধিলে ।

"কেতিয়াবাই ভাল হ'ল।"

"গাঁৱৰ আৰু মানুহ জেললৈ গৈছিল । সিহঁতৰ খবৰ কি?"

"সিহঁত তাত নাই । বোধকৰো চেন্ট্ৰেল জেলত আছে।"

"তোমালোক দুয়ো একে লগে আছিলা নেকি ?"

"আমি একেলগে আছিলোঁ।"

"ককাই, তোমাৰ কিয় জেল হৈছিল ? তোমৰ ঘৰ ক'ত ?"

"দীয়ৰৰ মাটিৰ কাৰণে জমিদাৰবিলাকৰ লগত কাজিয়া লাগিছিল তোমালোকে নাজানা জানো? দুই তিনি বছৰৰ আগৰ ঘটনা। মটৰু পালোৱানৰ নাম তোমালোকে শুনা নাই জানো?"

"তুমি মটৰু পালোৱান?" আশ্চৰ্য্য হৈ সকলোৱে একেলগে সুধিলে, "জয় আই গঙ্গা।"

"জয় আই গঙ্গা ।"

"ককাই, আমি সকলোৱে তোমাৰ কথা শুনিছো। তোমাৰ ধমকীৰ মাতটো মানুহে কেবামাইল দূৰৰ পৰা শুনিছিল । শুনিছিলো তোমাৰ জেল হৈছিল । কিন্তু কেইবছৰৰ কাৰণে?"

"তিনি বছৰৰ কাৰণে ।"

"গোপীৰ জেলতো পাঁচবছৰৰ কাৰণে নহয় জানো? সি কেতিয়া মুকলি হ'ব? বেচেৰাৰ গোটেই ঘৰখন ধ্বংস হ'ল। তাৰ ঘৈনীয়েকো মৰিল।"

"কি আচৰিত" কৈ মটৰুৱে মানুহবোৰলৈ চালে?

"তুমি নাজানা নেকি? তাৰ ঘৈনীয়েক মৰা এবছৰ হ'ল। গোপীয়ে নাজানে জানো?"

"জানিলে মোক নিশ্চয় ক'লেহেঁতেন । তোমালোকে মোক বৰ বেয়া খবৰটো শুনালা।"

"বৰ দুখৰ কথা ককাই । ককায়েক মৰিল আৰু তাৰ পিচত তাৰ ঘৈনীয়েক। বুঢ়া বাপেক বাত বিষত ভূগি বিছনাৰ পৰা উঠিব নোৱাৰে, কেতিয়া যায় তাৰ কোনো ঠিক নাই মাকৰ গা-মূৰো ভাল ন'হয় । ঘৰখন মাত্ৰ এটা প্ৰাণীৰ ওপৰতেই চলি আছে। তাই হ'ল গোপীৰ বৌয়েক ।গাভৰু স্বাস্থ্যৱতী কিন্তু বেচেৰীৰ আগত ঘোৰ অন্ধকাৰ। বেচেৰীয়ে যন্ত্ৰৰ নিচিনাকৈ ঘৰৰ কামবোৰ কৰে আৰু হা-হুমুনিয়াহ কাঢ়ে। ...বলাচোন, গোপীৰ ঘৰ পালোহিয়েই" মানুহ এটাই কলে।

দূৰৰ পৰাই কান্দোনৰ ৰোল শুনা গ'ল। খবৰ পায়েই গোপীৰ মাক আৰু বৌয়েকে কান্দিবলৈ আৰম্ভ কৰিলে। পুৰণি কথাবোৰ কৈ কৈ মাকে বিনাবলৈ ধৰিলে। কান্দোন শুনি ওচৰ-চুবুৰীয়া মাইকী মানুহবোৰ গোপীৰ ঘৰত গোট খালে। সিহঁতে মাক আৰু বৌয়েকক বুজনি দিলে । বাপেকে কোনো মতে বেৰখনত ধৰি উঠি বহিল । বুঢ়ায়ো

ভিতৰে ভিতৰে কান্দিছিল।

গোপীৰ ঘৰত উপস্থিত হৈ মটৰুৱে গোপীৰ দেউতাকক ভৰি চুই প্ৰণাম কৰিলে। বুঢ়াই সুধিলে, "বোপাই, মোৰ গোপী কেনে আছে?"

"দদাইদেউ গোপী বৰ সুখেৰে আছে। তুমি তাৰবাবে অলপো চিন্তা নকৰিবা। সি তাৰ বিষয়ে সকলো কথা মোক ক'বলৈ কৈছে।"

"বোপাই হাত -মুখ ধোৱাঁ আৰু চাহ জলপান খোৱাঁ। আজি ৰাতিটো ইয়াতেই থাকা তুমি থাকিলে আমি সকলোৱে মনত অলপ শান্তি পাম," বুঢ়াই ক'লে ।

"দদাইদেউ, মোৰ খোৱাঁ বোৱাৰ বিষয়ে একো চিন্তা নকৰিবা। গোপী মোৰ ভাইৰ নিচিনা, গতিকে তুমি মোক নিজৰ ল'ৰাৰ নিচিনাই ভাবিবা।"

"বোপাইৰ ঘৰত তোমাৰ আলপৈচান ধৰিবৰ কোনো নাই। বেয়া নাপাবা। তোমৰ প্ৰশংসা অনেক শুনিছোঁ। ঈশ্বৰে তোমাক সুখেৰে ৰাখক।"

হাত মুখ ধোৱাৰ পিচত গোপীৰ মাকে মটৰুক এগিলাচ গাখীৰ আৰু কেইটামান মুড়ীৰ লাডু দিলেহি। মটৰুৱে গোপীৰ মাকৰো ভৰি চুই প্ৰণাম কৰিলে। বুঢ়ীয়ে চকুৰপৰা বাগৰি অহা চকুপানীখিনি আচঁলেৰে মচি তাৰ ওচৰতে থিয় হৈ ৰ'ল ।

মটৰুৱে গাখীৰ আৰু মুড়ীৰ লাডু কেইটা খাই ক'লে, "কেনো চিন্তানকৰিবা খুড়ীদেউ। গোপী বৰ ভালে আছে। আমি দুয়ো একেটা কোঠাতে আছিলো । তাৰ মনত এটাই মাত্ৰ দুখ যে সি ঘৰৰ পৰা একো খা-খবৰ নাপায়।"

"কি কৰিম বোপাই? তাৰ দেউতাকৰ অৱস্থা দেখিছাই । তেওঁনো কেনেকৈ যাব ? আগতে তাৰ শহুৰেক গৈছিল । এতিয়া তাৰ লগত তেওঁৰ আগৰ সম্বন্ধ নাই। তেওঁকেই বা কেনেকৈ দোষ দিওঁ? " বুঢ়ীয়ে ক'লে।

"যাব নোৱাৰিলেও চিঠি-পত্ৰ এখন দিব পাৰি। অনেকদিন হ'ল সি কাৰো কোনো চিঠি পোৱা নাই।" " বোপাই, আমি কেনেকৈ জানো? তালৈ চিঠি-পত্ৰ যায় নেকি?"

"যায় খুড়ীদেউ, মই মাহেকত এখনকৈ চিঠি পাইছিলোঁ।"

"তেনেহলে কাইলৈ চিঠি এখন লিখি পঠিয়াম।"

"এতিয়া লিখিব নেলাগে । মই চিঠি লিখিম। তোমালোকে একো চিন্তা নকৰিবা। এৰা শুনিলো তাৰ ঘৈনীয়েক জীৱিত নাই। কিন্তু সেই খবৰটো গোপীয়ে পোৱা নাই ।"

"বোপাই খবৰটো দিবলৈ মৱেই হাক দিছিলো। ভাবিলো দুখৰ খবৰটো জনালে কি লাভ হ'ব ? খবৰটো শুনি সি অন্তৰত বৰ দুখ পাব আৰু তাত তাক বুজনি দিবৰ মানুহেই বা আছে কোন?"

"বোপাই, সি জেলৰ পৰা ওলাই আহক। তাৰ নতুনকৈ আকৌ বিয়া পাতিম। তাৰ কাৰণে এনেকুৱা এজনী বোৱাৰী আনিম....", বুঢ়াই মাত লগালে ।

" নহয় দদাইদেউ! তাৰ বিয়া মই পাতি দিম। তুমি ৰুগীয়া মানুহ। মই সকলো কৰিম। তাক আহিবলৈ দিয়া। তুমি নাজানা, মই তাক মোৰ নিজৰ ভাইতকৈয়ো বেচি

মৰম কৰোঁ । এৰা, তাৰ নবৌয়েকৰ ভালতো? সি তেওঁৰ কথা বৰকৈ কৈ থাকে।"

দুৱাৰৰ আঁৰত থিয় হৈ গোপীৰ বৌয়েকে সকলো কথা শুনি আছিল, কিন্তু সেই কথাটো কোনেও জনা নাছিল ।

বুঢ়ীয়ে ক'লে, "তাইৰ ভালেই বা কি বেয়াই বা কি বোপাই। তাইৰ জীৱনত বাকী আৰু কি থাকিল? যিমান দিন জীয়াই থাকে এনেকৈয়ে পৰি থাকিব। আজি-কালি তাইৰ বাপেক আৰু ককায়েকেও তাইৰ খবৰ ল'বলৈ নাহে।"

"গোপীয়ে বৌয়েকৰ কথা সদায় চিন্তা কৰি থাকে। বেচেৰাই দিনে -ৰাতিয়ে 'নবৌ' 'নবৌ' কৈ থাকে। বোধকৰো দুয়ো দুয়োকে বৰ মৰম কৰে নহয় জানো?" মটৰুৱে সুধিলে।

"বোপাই, গোপীৰ বৌয়েক একেবাৰে আজলী," বুঢ়াই ক'লে। " তাইৰ সেৱা-শুশ্রূযাতেইতো মই জীয়াই আছোঁ । তাইৰ শিৰত সেন্দুৰ নেদেখিলেই মোৰ বুকুখন হুম্ হুম কৰে । ইমান কম বয়সতে বেচেৰীৰ কি বিলাই হ'ল। কিন্তু বোপাই, মই থকালৈকে বোৱাৰীৰ কোনো দুখ নহয়। তাই মোৰ ডাঙৰ বোৱাৰী। এদিন তাই ঘৰখনৰ গৰাকিনী হ'ব । তাই দেৱী, বোপাই দেৱী !"

কথাষাৰ বুঢ়ীৰ ভাল নালাগিল । কিন্তু মনৰ সেই ভাৱ প্রকাশ নকৰি ল'ৰালৰিকৈ ক'লে, "বোপাই, খাবৰ সময় হ'ল। উঠা আৰু ভিতৰলৈ ব'লা।"

## ন

নৈৰ পাৰত থকা খেতিয়ক বিলাকৰ সাহস আৰু স্বাচ্ছন্দ্য বেচি। ডাঙৰ মুকলি পথাৰ, জাও গছৰ গহণ বন, নৈৰ নিৰ্মল পানী, আৰু নৈৰপৰা বৈ অহা নিৰ্মল আৰু মনপ্ৰাণ জুৰ কৰা বতাহৰ লগত তেওঁলোকৰ নিবিড় সম্বন্ধ আছে, সেইবাবে তেওঁলোক এটা বেলেগ ঠাচত গঢ়ি উঠিছে। পথাৰত গৰু ম'হ চৰোৱা, ঘাহ-কটা, হাবিত খৰি লোৰা, নৈত গা ধোৱা আৰু নাও বোৱা, নৈৰ পাৰৰ বালিত কুস্তি অভ্যাস কৰা আৰু পেট ভৰাই শুদ্ধ গাখীৰ আৰু দৈ পৰ্য্যাপ্ত পৰিমাণে খাই ব্যায়াম কৰাৰ কাৰণে তেওঁলোকৰ দেহবোৰ আটিল আৰু লোহাৰ নিচিনা টান। সীমাহীন হাবি আৰু বিশাল মুকলি পথাৰবোৰে ল'ৰাকালৰে পৰা তেওঁলোকৰ মনত এনেকুৱা স্বাচ্ছন্দ্য আৰু স্বাধীনতা সুমুৱাই দিছে যে তেওঁলোকে কাৰো পৰাধীনতা স্বীকাৰ নকৰে। তেওঁলোকৰ স্বভাৱো পোণ আৰু সৰল। জমিদাৰ বিলাকৰ গাওঁ তেওঁলোকৰ গাৱঁৰ পৰা দূৰত। জমিদাৰ বিলাকে তেওঁলোকৰ ওপৰত বল প্ৰয়োগ কৰি কোনো কাম কৰাব নোৱাৰে। সেই ক্ষমতা তেওঁলোকে ভিতৰৰ গাওঁবোৰৰ মানুহক

দেখুৱায় যদিও নৈৰ পাৰত থকা খেতিয়ক বিলাকক ভয়হে কৰে। তেওঁলোকৰ সাহস, একতা, গৰ্ব্ব আৰু অভিমান, আৰু একা-চেকা মনোভাৱৰ কাৰণে জমিদাৰ বিলাকে তেওঁলোকৰ লগত মুখামুখিকৈ যুঁজিবলৈ সাহ নকৰে। গতিকে তেওঁলোকে খেতিয়কবিলাকৰ লগত মিটমাট কৰি নিজৰ কাম আদায় কৰে। কিন্তু কেতিয়াবা হায়ৰাণ হৈ পুলিচৰ কাষ চাপিলেও পুলিচ নৈৰ পাৰৰ খেতিয়কবোৰৰ ওচৰলৈ যাব নোখোজে। কেতিয়াবা অনেক টকা ভেটী দিলে পুলিচ অনিচ্ছা সত্বেও যায় আৰু দুই এটা খেতিয়কক ধৰি আনি জমিদাৰক গটাই দিয়ে, নিজে কোনো শাস্তি নিদিয়ে।

নৈৰ পাৰৰ গাওঁবোৰৰ মানুহবোৰ স্বাধীনমনা, নিৰ্দয় আৰু কঠোৰ। সিহঁতে সাধাৰণ এটা কথাতে লাঠি প্ৰয়োগ কৰে, কাজিয়া কৰে, গাৰ জোৰেৰে পথাৰৰ পৰা আনৰ ধান কাটি আনে আৰু খং উঠিলে ভঁৰালত জুই লগাই দিয়ে। সিহঁতে শান্ত মগজুৰে একো ভাবিব নোৱাৰে আৰু সকলো সমস্যাৰ সমাধান মাত্ৰ লাঠিৰে কৰিব পাৰি বুলি বিশ্বাস কৰে। সিহঁতৰ ওচৰত কোনো যুক্তি, তৰ্ক, মিটমাট, উচিত আৰু অনুচিতৰ মূল্য নাই। সিহঁতে সিহঁতৰ মুখৰ পৰা ওলোৱা এষাৰ কথাকেই সত্য আৰু উচিত বুলি ধৰি লয় আৰু নিজৰ প্ৰাণ দি হ'লেও তাক কাৰ্য্যত পৰিণত কৰে। সিহঁতৰ নেতা তেৱেঁই হ'ব পাৰে যি আটাইতকৈ বলী, যি কাৰো বশ্যতা স্বীকাৰ কৰিবলৈ প্ৰস্তুত নহয়, যি প্ৰাণ গলেও নিজৰ ইচ্ছাৰ বিৰুদ্ধে কাম নকৰে, যি ধমকী দিয়া আৰু লাঠি চলোৱাত পাকৈত, যি এখন বহল নদী সাঁতুৰি পাৰ হ'ব পাৰে, যি পানীত ঘঁৰিয়ালৰ লগত জোটাপুটি কৰিব পাৰে আৰু যি জমিদাৰক অকথ্য ভাষাৰে গালি পাৰি গালত চৰ মাৰিব পাৰে।

সিহঁতৰ আটাইতকৈ ডাঙৰ দুৰ্ব্বলতা হ'ল খেতিৰ মাটি আৰু হালবোৱা গৰু বা ম'হ। সিহঁতে খেতিৰ মাটিৰ কাৰণে প্ৰাণ দিব পাৰে আৰু যি কোনো দাম দি মাটি কিনিবলৈ সিহঁত সদায় প্ৰস্তুত। জমিদাৰ বিলাকে সিহঁতৰ সেই দুৰ্ব্বলতাৰ কথা জানে আৰু প্ৰতাৰণা কৰে, কিন্তু সিহঁতে সেই প্ৰতাৰণা বুজি নাপায়। দূৰৰ বজাৰত গৰু বা ম'হ কিনিবলৈ গ'লে সিহঁত দলপাতি যায় আৰু বেচোতাই ধাৰ্য্য কৰা দামত গৰু নিকিনি সিহঁতে নিজে দিবলৈ ইচ্ছা কৰা দাম দি জোৰেৰে গৰু বা ম'হ লৈ আহে আৰু বেচোতাই বাধা দিলে মাৰপিট কৰে। সেইটো যে গৰ্হিত কাম সিহঁতে কেতিয়াও নাভাবে।

মটৰু নৈৰ পাৰৰ গাৱঁৰেই মানুহ। মটৰুৱে যেতিয়া সিহঁতক দীয়ৰত খেতি কৰাৰ বিষয়ে তাৰ খেতিয়ক বিলাকক বুজাইছিল, "আই গঙ্গা"ৰ ভক্ত বুলি মটৰুৰ নিৰ্দেশ পালন কৰিব বুলি সিহঁত দৃঢ় প্ৰতিজ্ঞ হৈছিল আৰু সেই কাৰণে মটৰু জেললৈ যোৱাৰ পিচত যেতিয়া জমিদাৰ বিলাকে কোনো খাজনা নিদিয়াকৈ সিহঁতক খেতি কৰিবলৈ প্ৰলোভন দেখুৱাইছিল, তেতিয়া সিহঁতে অস্বীকাৰ কৰিছিল। সিহঁতে জমিদাৰক কৈছিল মটৰু পালোৱান যেতিয়া জেলৰ পৰা ওলাই আহিব তেওঁৰ নিৰ্দ্দেশমতে কাম কৰিব।

মটৰুৰ খুলশালিয়েক পূজনেও মনে মনে ভাবিছিল যে ভিনিহিয়েকৰ অনুপস্থিতিত

তেওঁৰ নিচিনাকৈয়ে, কাম কৰিব। কিন্তু অকলে নৈৰ পাৰত ঘৰ সাজি, হাবিৰ মাজত থাকি জমিদাৰ বিলাকৰ হিংসাত্মক কামৰ পৰা নিজকে সুৰক্ষিত কৰি তাত খেতি কৰিবৰ সাহস আৰু মনোবল তাৰ নাছিল। সেইকাৰণে সি দহ বাৰ জন মান খেতিয়কক লগত লৈ নৈৰ পাৰত ঘৰ সাজি খেতি কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু মটৰূ নহালৈকে তাত খেতি কৰিবলৈ সিহঁত কোনোমতেই সন্মত নহৈছিল।

আনপিনে চন্‌পৰা মাটিত খেতি নকৰিলে তাত তেওঁলোকৰ স্বত্ব হাতৰ পৰা গুচি যাব পাৰে বুলি আশংকা কৰি আন ঠাইৰ পৰা খেতিয়ক কিছুমানক ভাড়া কৰি আনি জমিদাৰবিলাকে তাত খেতি কৰাবলৈ সংকল্প কৰিলে। সাধাৰণতে তেনে কাম তেওঁলোকে কেতিয়াও নকৰে। কেইদিনমানৰ পিচতে সেই ভাড়াকৰা খেতিয়ক বিলাকৰ কাৰণে নৈৰ পাৰত ঘৰ সজা হ'ল আৰু সিহঁতে খেতিৰ কাম আৰম্ভ কৰিলে। অৱশ্যে জমিদাৰসকল নিশ্চিত আছিল যে নৈৰ পাৰৰ গাওঁকেইখনৰ খেতিয়ক বিলাকে যদি জোৰ কৰি তাত খেতি কৰিবলৈ বাধা দিয়ে তেতিয়া তেওঁলোকে একো কৰিব নোৱাৰিব। ভাড়াকৰা খেতিয়কবোৰে নৈৰ পাৰৰ মাটিত খেতি কৰাত যেতিয়া ধানৰ গছবোৰ লহপহকৈ বাঢ়ি আহিল তাকে দেখি নৈৰ পাৰৰ খেতিয়ক বিলাকৰ চকু পুৰিবলৈ ধৰিলে। সিহঁতে অনুভৱ কৰিলে যেন বাহিৰৰ পৰা মানুহ আহি সিহঁতৰ ধানবোৰ কাটি নিবহি আৰু সিহঁতে বাধা দিব নোৱাৰিব।

খেতিয়ক বিলাকৰ সেই মনোভাৱৰ কথা জানিব পাৰি পূজনে তাৰ সুবিধা ল'বৰ সময় আহিছে বুলি ভাবি এদিন কেইজনমান খেতিয়কক একেলগে গোট খুৱাই ক'লে, "বাহিৰৰ মানুহে আহি আমাৰ চকুৰ আগতে আই গঙ্গাৰ পাৰত গজা ধান বোৰ কাটি লৈ যাব আৰু আমি নীৰৱে সেই দৃশ্য চাই থাকিম। তাতকৈ আমি আই গঙ্গাত ডুব দি মৰা বেচি ভাল। তোমালোকে এটা কথা চিন্তা কৰি চোৱা যদি পথাৰৰ ধানবোৰ জমিদাৰৰ ভঁৰাল পায়গৈ, সিহঁতৰ বুকু দুগুনে ডাঠ হ'ব আৰু ভৱিষ্যতে সিহঁতক বাধা দিয়া কোনো মতেই সম্ভৱ নহ'ব। মটৰূ ভিনিহি জেলৰ পৰা ওলাই আহিবলৈ এতিয়াও এবছৰ বাকী আছে। আমি যদি মনে মনে বহি থাকোঁ, জমিদাৰে গোটেই মাটিবোৰ নিজৰ কৰি ল'ব। এবাৰ মানুহৰ তেজ খোৱাৰ পিচত বাঘ যিমান ভয়ংকৰ হৈ উঠে, জমিদাৰবোৰো সিমান ভয়ংকৰ হৈ উঠিব। তেতিয়া তোমালোকে মটৰূ, মটৰূ বুলি চিঞৰিলে একো লাভ নহ'ব। এই সময়ত মটৰূ ভিনিহি থকাহেঁতেন তেওঁ কি কৰিলেহেঁতেন ভাবি চোৱা। তেওঁ এই মাটিৰ ধান কেতিয়াও জমিদাৰৰ ঘৰলৈ যাবলৈ নিদিলেহেঁতেন। গতিকে এতিয়া তোমালোকেও তাকে কৰা। তোমালোকে ক'লে গাৱঁৰ সকলো মানুহে তোমালোকৰ লগত যোগদান কৰিব।"

আচলতে, পূজনৰ কথাখিনি সকলো খেতিয়কৰ মনৰ কথা আছিল। পথাৰত ধানবোৰ দেখি সকলোৰে বুকু পুৰিছিল। সিহঁতে পূজনক সেই কামত পাৰ্য্যমানে সহায় কৰিব বুলি প্ৰতিশ্ৰুতি দিলে আৰু সকলো উপযুক্ত মুহূৰ্ত্তৰ কাৰণে সাজু হৈ ৰ'ল।

এমাহমানৰ পিচত যেতিয়া ধানবোৰ কাটিবৰ হ'ল, এদিন ৰাতি গাৱঁৰ কেইবাশও মানুহ হাতত কাঁচি লৈ পথাৰলৈ আহিল আৰু সিহঁতে ধানবোৰ কাটি ৰাতিৰ ভিতৰতে গৰু-গাড়ীত বোজাই কৰি গাৱঁলৈ লৈ গ'ল। সিহঁতে জমিদাৰৰ পহৰা দিয়া দুটা মানুহক বান্ধি থলে আৰু ৰাতিপুৱা জমিদাৰে কথাটো জনাৰ আগতে গোটেই পথাৰ খন উদং হ'ল।

ৰাতিপুৱা হুলস্থূল লাগিল আৰু পথাৰত কেইটামান ৰঙা পাগুৰি মৰা পুলিচক দেখা গ'ল। গাৱঁৰ মানুহক সোধাত সিহঁতে একো নাজানে বুলি কৈ সেই কাম নৈৰ সিপাৰৰ মানুহে নিশ্চয় কৰিছে বুলি সিহঁতৰ সন্দেহৰ কথা ক'লে।

পুলিচ গুচি গ'ল আৰু লগে লগে সকলো শান্ত হ'ল। উদং পথাৰ খনলৈ চাই দীঘল হুমুনিয়াহ এটা কাঢ়ি জমিদাৰ কেইজন নিজৰ ঘৰলৈ উলটি গ'ল।

গাৱঁৰ ডেকা ল'ৰাবোৰৰ সাহ বাঢ়ি গ'ল। সিহঁতে হাবিৰ গছবোৰ কাটি তহিলং ক্ৰিলে। আৰু হাবিৰ কোনো কোনো ঠাইত জুই লগাই দিলে ।

সকলো কথা জমিদাৰ বিলাকৰ কাণত পৰিল কিন্তু তেওঁলোকে একো উচ্চবাচ্য নকৰিলে।তেনেকুৱা পৰিস্থিতি কেতিয়াও আগতে হোৱা নাছিল। পুলিচক অনেক টকা ভেঁটী দিও একো লাভ নোহোৱাৰ অভিজ্ঞতা তেওঁলোকৰ আছিল। সেই কাৰণে খেতিয়ক বিলাকৰ বিৰুদ্ধে কোনো অভিযোগ লৈ থানালৈ যোৱাৰ ধাৰণাটো বাদ দিলে।

সেই ঘটনাটোৰ বেচি সি একো কৰিব নোৱাৰিলে। জমিদাৰ বিলাকো মনে মনে থাকিল। ভাৱিলে নৈৰ পাৰৰ খেতিয়কবোৰক জোকালে কোনো লাভ নহ'ব বৰং ক্ষতিহে হ'ব। তেওঁলোকৰ মনত খেলালে যদি তেওঁলোক চুপ চাপ থাকে খেতিয়কবোৰো চুপচাপ থাকিব আৰু পৰিস্থিতি আগৰ নিচিনা হ'ব।

আনহাতে, জমিদাৰ বিলাক চুপচাপ থকা দেখি খেতিয়ক বিলাকেও তেওঁলোকৰ ক্ষতিকাৰক একো কাম নকৰিলে আৰু সকলোৱে মটৰুৰ কাৰণে অপেক্ষা কৰিলে। কোৱা বাহুল্য যে তাৰ পিচত মটৰু নহা পৰ্য্যন্ত তাত কোনো উল্লেখণীয় ঘটনা নঘটিল।

* * *

গোপীৰ ঘৰত মটৰুৰ সময়খিনি আনন্দপূৰ্ণ নাছিল। গোপীৰ মাক আৰু বৌয়েকৰ সেৱা শুশ্ৰূষাত অলপো ত্ৰুটি নাছিল যদিও ঘৰখনৰ দুঃখপূৰ্ণ পৰিবেশে তাৰ মনত দুখ দিলে। তাত সি বেচি সময় থকাৰ কথা ভবা নাছিল, ভাবিছিল গোপীৰ খবৰবোৰ দিয়েই অলপ পৰ বহি সি ঘৰলৈ ৰাওনা হ'ব। কিন্তু গোপীৰ ঘৰলৈ গৈ সি এনেকুৱা পৰিস্থিতিত পৰিল যে তাত মাত্ৰ অলপ সময় থকাৰ কথা সি কোনো মতেই ভাবিব নোৱাৰিলে। দুখ আৰু বেদনা ক্লিষ্ট তিনিটা প্ৰাণীক মাত্ৰ দেখা কৰিয়েই সি কেনেকৈ যায়? তেওঁলোকৰ ইমান আদৰ যত্ন, আৰু মৰম চেনেহ উপেক্ষা কৰি তেওঁলোকৰ অনুৰোধ ৰক্ষা নকৰিলে

ঘৰখনৰ সকলোৱে যে অন্তৰত বৰ দুখ পাব মটৰুৱে ভালদৰেই বুজিব পাৰিছিল।

সি অনেক ৰাতিলৈকে গোপীৰ দেউতাকৰ লগত কথা পাতি আছিল আৰু যেতিয়া বুঢ়াৰ টোপনি আহিল তেতিয়া শুবলৈ চেষ্টা কৰিলে, কিন্তু তাৰ টোপনি নাহিল। এনেয়ে চকু মুদাৰ লগে লগে তাৰ চকুৰ আগত তাৰ গাৱঁৰ , নৈৰ পাৰত থকা তাৰ ঘৰটো, শস্যভৰা বহল পথাৰখন আৰু তাৰ অতি মৰমৰ আই গঙ্গাৰ ছবি তাৰ চকুৰ আগত ভাঁহি উঠিল। সেই নদী, সেই হাবি, সেই পথাৰ সেই মাটি আৰু পানী আৰু সেই আই গঙ্গাৰ কোলা। তাক যেন তাৰ আই গঙ্গাই মাতিছে। " আহ, আহ মইনা, দৌৰি মোৰ ওচৰলৈ আহ, কিমান দিন হ'ল তোক মই দেখা নাই। আহ, সোনকালে আহি তই মোৰ কোলা শুৱনি কৰহি, মোৰ কলিজাটো শাঁত কৰহি।" মটৰুৰ চিলমিলকৈ টোপনি আহিছিল। তাৰ টোপনি ভাগি গ'ল যেন 'আই গঙ্গাৰ মাতে তাৰ টোপনি ভাঙি দিলে। তাৰ পিচত সি গোটেই ৰাতিটো উজাগৰে থাকিল আৰু তাৰ 'আই গঙ্গা'ৰ মাতটোৱে তাৰ কাণত যেন গোটেই ৰাতিটো ধ্বনি কৰি থাকিল।

সি পিচদিনা ৰাতিপুৱাই তাৰ ঘৰলৈ ৰাওনা হ'ল। তাৰ পৰা সিহঁতৰ গাওঁখন আঠ মাইল দূৰত। যাবৰ কাৰণে আন কোনো ব্যৱস্থা নথকাত সি খোজকাঢ়ি ঘৰমুৱা হ'ল।

মটৰুৱে ৰাস্তায়েদি নগৈ পথাৰেদি চমু ৰাস্তা ধৰিলে। তাৰ চকুৰ আগত আই গঙ্গাৰ খৰস্রোতা সোঁতৰ চকমকনি জিলিকি উঠিল সি যেন তাৰ 'মাকৰ' মাত দূৰৰ পৰাই ৰিণিকি ৰিনিকি শুনিবলৈ পালে। তাৰ মনত এটা কথাই বাবে বাৰে গুজৰি উঠিল 'আহিছো আই মই তোমাৰ ওচৰ পালোঁহি, তোমাৰ কোলাত বহিবলৈ আৰু বেচি পৰ নাই!"

মটৰুৱে তাৰ খোজৰ গতি বঢ়াই দিলে, যিমান সোনকালে পাৰে সি তাৰ 'মাকৰ' ওচৰ পাবলৈ চেষ্টা কৰিলে। বেলিটো ভাটী দিয়াৰ লগে লগে আই গঙ্গাৰ পৰা বৈ অহা বতাহৰ ৰিব্‌ৰিবনি তাৰ গাত লাগিল আৰু পানীৰ সুগন্ধ সি অনুভৱ কৰিলে। সেয়া আই গঙ্গাৰ আঁচলৰ গন্ধ। মটৰু আনন্দত আত্মহাৰা হ'ল। দূৰৰ পৰা সি নৈৰ পানীবোৰ দেখি উত্ৰাৱল হ'ল। আৰু বিজুলী বেগেৰে তাৰ আই গঙ্গাৰ পিনে খোজ ল'লে। অলপ সময়ৰ পিচত সি নৈৰ পাৰত থিয় হোৱাৰ লগে লগে উত্তেজিত হৈ চিএঁৰি উঠিল, " আই! আই! মই আহিছো!" লগে লগে তাক যেন তাৰ আই গঙ্গাই উত্তৰ দিলে, " আহিলি বোপাই,' মোৰ কোলালৈ আহ!"

মটৰুৱে নৈ খনৰ জল স্পৰ্শ কৰি মাকক সেৱা কৰিলে আৰু হাতেৰে পানী এচলু লৈ মূৰত দিলে। মাক আৰু পুতেকৰ মিলন হ'ল। সি একাঠু পানীত নামি তাৰ মাকৰ পিনে একেথিৰে চাই ৰ'ল। সি যেন কল্ কল্ স্বৰে বৈ যোৱা সোঁতৰ পৰা বতাহত ভাঁহি অহা আই গঙ্গাৰ তাৰ মাকৰ মাতটো শুনি পালে, " মইনা আহিলি? মোৰ ল'ৰা আহি গ'ল! মোৰ মইনা আহি গ'ল! আঃ কি যে আনন্দ!"

## দহ

কথাটোযে কিমান অসম্ভৱ গোপীৰ বৌয়েকে ভালদৰে জানিছিল কিন্তু কথাটোৱেই তাইৰ মনলৈ বাৰে বাৰে আহিছিল। কিন্তু কিয় ?

যেনেকৈ বতাহ আৰু পানী জীয়াই থাকিবলৈ মানুহৰ আৱশ্যক তেনেকৈ তাৰ আন এজন মানুহৰ সাহায্যৰো আৱশ্যক হয়। কাৰো ওচৰত কোনো বাস্তৱিক সাহায্য নাথাকিলে তেওঁ অবাস্তৱিক সাহায্য লয়। সেই অবাস্তৱিক সাহায্যই মানুহৰ মনত বল দিয়ে, শান্তি দিয়ে, ধৈৰ্য্য আৰু অনুপ্ৰেৰণা দিয়ে। সেই সাহায্য কল্পনাৰে নিৰ্ণয় কৰা হয় আৰু তাক বাস্তৱিক সাহায্যৰ দৰেই অনুভৱ কৰিব পাৰি। কোৱা বাহুল্য যে অবাস্তৱিক বা কাল্পনিক সাহায্যৰ প্ৰয়োজন তেতিয়াই হয় যেতিয়া কাৰো পৰা বাস্তৱিক সাহায্য পোৱাৰ সম্ভাৱনা নাথাকে। গোপীৰ বৌয়েকৰো সেই একে অৱস্থা আছিল। গতিকে অসম্ভৱ হ'লেও সেই কাল্পনিক সাহায্যৰ কথা তাইৰ মনলৈ অহাত দোষ কি ?

যিদিনা গোপীৰ বৌয়েকে মটৰুৰ মুখত গোপীয়ে তাইৰ কথা সদায় চিন্তা কৰি থকাৰ কথা শুনিলে তেতিয়াৰ পৰা মটৰুৰ মুখৰ কথা কেইটা তাইৰ কাণত অমৃত বৰষাৰ দৰে বৰষি থাকিল। "গোপীয়ে বৌয়েকৰ কথা বৰকৈ চিন্তা কৰে, বেচেৰাই দিনে ৰাতিয়ে বৌয়েকৰ কথা কৈ থাকে, দুয়ো দুয়োকে বৰ মৰম কৰেনে কি ? সেই প্ৰশ্নৰ উত্তৰ বৌয়েকৰ মুখৰ পৰা কেতিয়াবা অজ্ঞাতসাৰেই ওলাই আহে, ' নিশ্চয় মৰম কৰে , দুয়ো দুয়োকে ভাল পায়, বৰ ভাল পায়। অচিনাকি ককাইদেউ, তুমি যদি গোপীলৈ চিঠি লিখা, লিখিবা ময়ো তেওঁৰ কথা সদায় চিন্তা কৰি থাকোঁ। আৰু লিখিবা মই তেওঁক খুব ভাল পাওঁ, খুউব !"

মটৰুৰ কথা কেইটাই গোপীৰ বৌয়েকৰ ওপৰত মন্ত্ৰৰ দৰে কাম কৰিলে। তাইৰ দুখ বেজাৰ, অলপতে খং উঠা, কাম-বন কৰাৰ অনিচ্ছা হা হুমুনিয়াহ, হতাশা আৰু নিৰাশা সকলো আঁতৰি গ'ল। কাম কৰিবলৈ তাইৰ মনলৈ উৎসাহ আহিল, গোসাই ঘৰত নিয়মিত ৰূপে চাকি জ্বলাবলৈ তাইৰ প্ৰবল ইচ্ছা হ'ল আৰু শহুৰ শাহুৱেকৰ সেৱা শুশ্ৰূষাত যাতে অলপো ত্ৰুটি নহয় তাৰ প্ৰতি তাই সতৰ্ক হ'ল। ব্যৰ্থ আৰু বেদনাক্লিষ্ট জীৱনত কেতিয়াবা সুখৰ পোহৰে দেখা দিয়ে। তাইও সেই পোহৰ দেখা পালে, তাই নিশ্চিত হ'ল যে তাইৰ কথা দিনে ৰাতিয়ে চিন্তা কৰা কোনোবা এজন আছে, অন্ততঃ এজন ....

ঘৰখনত কাজিয়া শেষ হ'ল। বোৱাৰীয়েকে শাহুৱেকক ইমান বেচি আদৰ যত্ন কৰিবলৈ ধৰিলে যে টান কথা কোৱা দূৰৰ কথা শাহুৱেকে বোৱাৰীয়েকক নিজৰ জীয়েকৰ নিচিনাকৈ মৰম কৰিবলৈ ধৰিলে। শাহুৱেকক যথা সময়ত সকলো বস্তুৰ যোগান আৰু

আন্তৰিকভাৱে আলপৈচান ধৰা, ভাল বস্তু ৰান্ধি খুওৱা, আৰু শুৱৰ সময়ত ভৰিমালিচ কৰি দিয়া আদি কামবোৰেৰে বোৱাৰীয়েকে শাহুৱেকক মৰমেৰে বশ কৰি পেলালে। শহুৰেক আগৰ পৰাই তাইৰ আদৰ যত্ন আৰু মৰমৰ বশ আছিল। বুঢ়াই জানিছিল যিদিনাই তেওঁ বোৱাৰীয়েকৰ সেৱা শুশ্রূষাৰ পৰা বঞ্চিত হ'ব সেইদিনাই তেওঁৰ মৃত্যু হ'ব। তেওঁৰ বিশ্বাস জন্মিছিল যে তেওঁ আৰোগ্য নহ'লেও বোৱাৰীয়েকৰ সেৱা শুশ্রূষাৰ কাৰণেই অনেক দিন জীয়াই থাকিব। বোৱাৰীয়েকক দেখিলেই বুঢ়াৰ মুখৰ পৰা আশীৰ্বাদৰ শব্দ ওলাই আহে।

সেই আশীৰ্বাদৰ শব্দবোৰ শুনি কেতিয়াবা বোৱাৰীয়েকে শহুৰেকক সোধে, " দেউতা, এই অভাগিনীক আপুনি ইমান আশীৰ্বাদ দিয়ে কিয় ?"

বোৱাৰীয়েকৰ প্ৰশ্নত বুঢ়াৰ চকুৰ পৰা চকুলো ওলাই আহে। তেওঁ ব্যাকুল হৈ কয়, " জানো বোৱাৰী তুমি অভাগিনী, কিন্তু মোৰ মনটোৱে কোনোমতেই নামানে। মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰো তুমি সদায় সুখী হোৱা।"

বোৱাৰীয়েকে এটা শুকান হাঁহি মাৰি কয়, "মোৰ সুখতো তেওঁৰ লগতেই গুচি গ'ল, দেউতা !" কৈ তাই চকুলো মচিবলৈ ধৰে।

"তুমি সঁচা কথাই কৈছা, বোৱাৰী। মাইকী মানুহৰ লোক পৰলোক তাইৰ স্বামীৰ লগতে গুচি যায়, " বুঢ়াই আৰ্দ্ৰ কণ্ঠেৰে কয়।

"মোৰ লোক পৰলোক দুয়োটা গ'ল, দেউতা। এতিয়া মোক আশীৰ্বাদ দিয়ক যিমান সোনকালে হয় মই সংসাৰৰ পৰা মুক্তি পাও।"

"নহয়, নহয় বোৱাৰী ! তুমি দুৰ্ভগীয়া বুঢ়াটোক এৰি যাব নোৱাৰা," বুঢ়াই কঁপা কঁপা মাতেৰে কয়।

আঁচলেৰে চকুলো মচি মচি বোৱাৰীয়েকে কয়, "দেউতা, দেওৰৰ বোৱাৰী আহিলে তেওঁ জানো আপোনাক মোতকৈ কম সেৱা শুশ্রূষা কৰিব ?"

"কোনে জানে কেনেকুৱা বোৱাৰী আহে। তুমিতো পূৰ্ব্বজন্মত মোৰ ছোৱালী আছিলা। নাজানো কিমান বাৰ গঙ্গাত স্নান কৰি এই জন্মত তোমাক মই বোৱাৰী হিচাপে পাইছো, " বুঢ়াই বৰ আন্তৰিকভাৱে ক'লে, "আন বোৱাৰীবোৰে শহুৰেকহঁতক ইমান সেৱা শুশ্রূষা কৰে জানো ? নিশ্চয় নকৰে। মোৰ সৌভাগ্য যে তোমাক মই বোৱাৰী হিচাপে পালোঁ। নহ'লে মই কেতিয়াবাই মাটিত মিহলি হলোহেঁতেন।"

"দেউতা, মোৰেই সৌভাগ্য আপোনাৰ সেৱা শুশ্রূষাৰ কাৰণেই মই অনেক দিন জীয়াই থাকিম। কিন্তু মোৰ বেচি দিন জীয়াই থাকিবলৈ ইচ্ছা নাই। ঈশ্বৰক খাটিছোঁ তেওঁ যেন সোনকালেই মোক তেওঁৰ ওচৰলৈ লৈ যায়।"

"ইচ্ছা কৰিলেই মানুহ তেওঁৰ ওচৰলৈ যাব পাৰে জানো, বোৱাৰী ?" বুঢ়াই সান্ত্বনা দিয়ে। "বোৱাৰী, ঈশ্বৰে মোক এনে এটা বেমাৰ দিলে তোমাৰ নিচিনা বোৱাৰী এজনীও

মোৰ ওচৰলৈ পঠাই দিলে। মোৰ মনটোৱে কয় মোৰ সেৱা শুশ্ৰূষাৰ কাৰণেই তোমাৰ জন্ম হৈছিল ...... বোৱাৰী, এইবোৰ কথা চিন্তা কৰোঁতে তোমাৰ গোপীৰ কথা মনত পৰেনে? তোমালোকৰ মাজত কিমানযে মিলা-প্ৰীতি আৰু মৰম আছিল মই ভালদৰে জানো। মঢ়ৰূৱে সেইদিনা কৈছিল গোপীয়ে তোমাৰ কথা বৰ চিন্তা কৰি থাকে। বোৱাৰী, সি তোমাক বৰ সন্মান কৰে। মই ভালদৰে জানো যেতিয়ালৈকে সি জীয়াই থাকিব তেতিয়ালৈকে তোমাক দুখত পৰিবলৈ নিদিব।"

"কোনে জানে, দেউতা, কাৰ কপালত কি আছে? তেওঁৰ প্ৰতি মোৰো মৰম আছে। মৰাৰ আগতে তেওঁক এবাৰ দেখা পালে মই শান্তিৰে মৰিব পাৰিম ..... নতুন বোৱাৰীজনী কেনেকুৱা হয় এতিয়া কোনেও ক'ব নোৱাৰে আৰু তেওঁ মোক কেনেকুৱা ব্যৱহাৰ কৰে তাকো নাজানো। যদি মোৰ প্ৰতি তেওঁৰ ব্যৱহাৰ বেয়া হয়, মই ইয়াত নাথাকিম, দেউতা, "বোৱাৰীয়েকে বৰ দুখেৰে ক'লে।

"এইটো তুমি কি কথা কৈছা, বোৱাৰী? তুমি মোৰ ডাঙৰ বোৱাৰী আৰু সেইকাৰণে তুমিয়েই ঘৰখনৰ গৰাকিনী হবা। মই জীয়াই থাকোতে ...."

"তেতিয়ালৈকে মোৰ কোনো চিন্তা নাই, দেউতা, কিন্তু তাৰ পিচত নতুন বোৱাৰীয়ে যদি দেওৰক বশ কৰি তেওঁৰ ফলীয়া কৰি লৈ মোক অপমান কৰে, মই সেই অপমান কোনোমতেই সহ্য কৰিব নোৱাৰিম আৰু তেতিয়া বিষ খাই মৰাৰ বাহিৰে মোৰ আন একো পথ নাথাকিব।"

"বোৱাৰী!" বুঢ়াই ধমকীৰ সুৰত ক'লে, "এনে অধৰ্মী কথা কেতিয়াও উচ্চাৰণ নকৰিবা। জানানে তুমি কোন পৰিয়ালৰ বোৱাৰী? এনে ঘৃণনীয় কথা কৈ তুমি কেতিয়াও পৰিয়ালৰ গাত কলঙ্ক সানিব নোৱাৰিবা। যদি তোমাৰ এই কথা শুনি কোনোবাই মোক গৰিহণা দিয়ে, সেই কথা শুনাৰ আগতে মই মৰি যোৱাই ভাল। এই বুঢ়াৰ প্ৰাণটোক দয়া কৰিবা, আই, " কৈ বুঢ়াই আবেগত কঁপিবলৈ ধৰিলে।

আঁচলেৰে চকুলো মচি বোৱাৰীয়েক তাৰ পৰা আঁতৰি গ'ল। শহুৰেকৰ আগত তেনে ধৰণৰ কথা কোৱাৰ পৰা একো লাভ নহয়। কিন্তু তাইৰ মনৰ কথা কেনেকৈ আৰু কাক খুলি ক'ব? হায়! তাইৰ মনৰ কথা কোনোবাই যদি জানিলেহেঁতেন! সপোনতো কোনেও কল্পনা কৰিব নোৱাৰে যে এজনী উচ্চ বংশৰ বিধৱাই অসম্ভৱ, অসম্ভৱ!.... মনলৈ অহা খেলি-মেলি চিন্তাবোৰে গোপীৰ বৌয়েকক বিহ্বল কৰি তোলে আৰু আৰু সেই বিহ্বলতাৰ মাজতেই তাইৰ কাণত যেন কোনোবাই গুন্ গুনাই কয়, " তোমাৰ কাৰণে মোৰ বৰ চিন্তা নবৌ। মই দিনে-ৰাতিয়ে কেৱল তোমাৰ কথাই ভাবি থাকো। তোমাক মই কিমান ভাল পাওঁ! মোক ঘৰলৈ ঘূৰি যাবলৈ দিয়া নবৌ। তাৰ পিচত সকলো ঠিক হৈ যাব।"

গোপীৰ বৌয়েকৰ কাণত সেই গুণ্ গুণনি অনবৰত বাজি থাকিল আৰু তাৰেই অনুপ্ৰেৰণাত তাই যন্ত্ৰৰ দৰে ঘৰৰ কামবোৰ কৰি থাকে। সেই পূজা, সেই ৰামায়ণ পাঠ, সেই গধূলি আৰু ৰাতিপুৱা গোঁসাই ঘৰত চাকি জ্বলোৱা আৰু সেই শহুৰ শাহুৱেকৰ

আলপৈচান ধৰা। তাই গোঁসাই ঘৰত চাকি জ্বলাই ঈশ্বৰক প্ৰাৰ্থনা কৰে, "হে ঈশ্বৰ! তোমাৰ হাত বৰ দীঘল। মোৰ কাৰণে অসম্ভৱকো সম্ভৱ কৰা তোমাৰ পক্ষে কোনো টান নহয়। সঁচাকৈয়ে তুমি মোৰ কাৰণে নকৰিবা জানো?"

এদিন সিহঁতৰ হালোৱা বিলৰাই গোহালিত গৰুক ঘাঁহ খুৱাই থাকোতে খৰাহি এটাত তুঁহ লৈ তাই তাৰ ওচৰলৈ গ'ল, ভাবিলে সি যেন আকৌ তাইক সেই কথাবোৰ কয়। কিন্তু তাইক দেখি ভয় খাই বিলৰাই তলমূৰ কৰি থাকিল। তেতিয়া গোপীৰ বৌয়েকে তাক ক'লে, "তোৰ কি হ'ল অ' বিলৰা, তই দেখোন তললৈ মূৰটো কৰি মনে মনে আছ?"

বিলৰাই তললৈ মূৰ কৰিয়েই উত্তৰ দিলে, "আইদেউ, সেইদিনা মোৰ মুখৰ পৰা কেনেকৈ যে সেই কথা ওলাই গ'ল তাৰ বাবে মই নিজকে ধিক্কাৰ দিছো। মোক আপুনি ক্ষমা কৰিব।"

"অ' সেই কথা ? সেই কথাবোৰতো মই একেবাৰে পাহৰি গৈছিলো।"

"আইদেউ, মই মোৰ মনৰ কথা নোকোৱাকৈ থাকিব নোৱৰি কৈ দিছিলো আৰু কৈ আপোনাৰ মনত কষ্ট দিছিলোঁ। আপোনাক আকৌ মিনতি কৰিছোঁ সেইবাবে মোক ক্ষমা কৰিব। আইদেউ, এটা কথা কওঁ বেয়া নাপাব আমাৰ মনত যি থাকে সি মুখেদি তেনে বেয়া ভাবেই ওলাই আহে কিন্তু আপোনালোকৰ মনত থাকে এটা আৰু মুখেদি ওলায় আন এটা । মইতো আচৰিত হওঁ বুঢ়া বুঢ়ীয়ে আপোনাৰ এই ৰূপ চাই কেনেকৈ মনে মনে আছে! মোৰতো কলিজা ফাটি যায়।এই বয়সত আপুনি সন্ন্যাসিনী হৈ কেনেকৈ থাকিব? মোৰ মনটোৱে কয় গোপী বাপুকণৰ লগত আপোনাৰ ....."

"বিলৰা!" গোপীৰ বৌয়েকে মৃদু-ধমকী দি ক'লে, "এনে কথা কেতিয়াও নকবি। মা-দেউতাৰ কাণত পৰিলে তোক বাহিৰ কৰি দিব।" কৈয়েই তাই তাৰ পৰা লৰালৰিকৈ গুচি গ'ল। বিলৰাই এটা কৰুণ মিচিকিয়া হাঁহি মাৰি তাৰ কামত লাগি গ'ল। সি ভাবিলে সেইদিনাৰ গৰম লোহাডাল এতিয়া অনেক ঠাণ্ডা হ'ল। আজি সি সেইদিনাৰ নিচিনাকৈ ধমকী নাখালে। সঁচাকৈয়ে সি ভবামতে কাম হ'লে কিমান ভাল হ'ব! বেচেৰীৰ সকলো দুখ শেষ হব। শুনিছো গোপীৰ আজো ককাকেও এজনী মুচীৰ ছোৱালীক ঘৈণীয়েক হিচাপে ৰাখিছিল। কিন্তু এওঁতো মুচীৰ ছোৱালী নহয়, নিজৰ বৌয়েক। হিন্দু মতা মানুহে বৌয়েকক বিয়া কৰাটো নতুন কথা নহয়। অনেকে কৰে। প্ৰথমতে অলপ হুলস্থূল লাগিব কিন্তু পিচত লাহে লাহে সকলো ঠিক হৈ যাব। এটা কচাইৰ হাতৰ পৰা এজনী ছাগলীৰ প্ৰাণটো বাচি যাব। কিমান পুণ্য হ'ব!

* * *

মটৰু দীয়ৰলৈ ঘূৰি আহিল। সি হঠাতে কিবা এটা কৰি পেলোৱাটো সঙ্গত হ'ব বুলি নাভাবিলে। এইবাৰ সি সাৱধান হ'ব লাগিব যাতে আগৰ বাৰৰ দৰে পুলিচ আৰু

জমিদাৰ বিলাকক সুযোগ দি সি নিজে বান্ধ নাখায়। অৱশ্যে সি নিশ্চিত হ'ল তাৰ ওপৰত আক্ৰমণ কৰাৰ কাৰো সাহ নাই। এইবাৰ সি অকলশৰীয়া নহয়। তাৰ পঁজাটোৰ ওচৰত আৰু দহটামান পঁজা সাজিলে। তাত পঞ্চাশটা মান ডেকা ল'ৰা থাকে আৰু প্ৰত্যেকৰ হাতত একোডালকৈ লাঠি। সিহঁত লাঠি চলোৱাত পাকৈত। নৈৰ পাৰৰ বালিত কুস্তি অভ্যাস কৰাৰ ব্যৱস্থাও হ'ল। তাত সিহঁতে ৰাতিপুৱা আৰু আবেলি কুস্তী অভ্যাস কৰে আৰু লগতে লাঠি চালনা । সিহঁতৰ লগত গৰু ম'হও আছিল। যেতিয়া মটৰু তালৈ আহিছিল তেতিয়া শালি ধানবোৰ কাটিবলৈ আৰম্ভ কৰা হৈছিল। সকলোৰে ধাৰণা আছিল দীয়ৰত মাত্ৰ ধান আৰু ঘেঁহু খেতিহে কৰিব পাৰি। কিন্তু মটৰু নিষ্কৰ্মা হৈ বহি থকা মানুহ নহয়। সি স্থিৰ কৰিলে তাত কুঁহিয়াৰ খেতি কৰিব। আন সকলোৱে তাত কুঁহিয়াৰ খেতি কৰিব নোৱৰি বুলি ক'লে। কিন্তু মটৰুৱে মানুহবোৰৰ কথা নুশুনিলে আৰু ক'লে যে আই গঙ্গাৰ কৃপাত তাত কুঁহিয়াৰো লগাব পাৰিব। মাটি কুঁহিয়াৰ খেতিৰ কাৰণে উপযুক্ত হ'ব বুলি নিশ্চিত হৈ সি কুঁহিয়াৰ লগালে। তাকে দেখি আন মানুহবোৰেও সাহ কৰিলে। ভাবিলে মটৰুৰ যি দশা হ'ব সিহঁতৰো সেই দশাই হ'ব। যদি ভাগ্যবশত কুঁহিয়াৰ খেতি ভাল হয়, গুড় ৰাখিবলৈকো টেকেলিৰো ব্যৱস্থা কৰিব লাগিব।

নৈৰ পাৰত অনেকে ঘৰ সাজি লেহি। মানুহৰ সংখ্যা বাঢ়ি গ'ল যেন গোটেই গাওঁখন উঠি আহিল। অনেক চৌকা জ্বলিল, গৰু-ম'হৰ সংখ্যা বাঢ়িল আৰু কোবেৰে পুৱা আবেলি নিয়মিতৰূপে কুস্তী অভ্যাস কৰিবলৈ ধৰিলে। আন হাতে, বেচি পৰিশ্ৰম নকৰাকৈয়ে লগোৱা কুঁহিয়াৰৰ পুলিবোৰ লহ্ পহকৈ বাঢ়ি আহিল আৰু তাকে দেখি সকলো মানুহ আশ্চৰ্য্য হ'ল। আন ঠাইত চাৰিহাত দীঘল কুঁহিয়াৰেই যথেষ্ট কিন্তু নৈৰ পাৰৰ কুঁহিয়াৰনিত হাতী সোমোলেও দেখা নাযায়। কিন্তু ভয় লাগিছিল আই গঙ্গালৈ। বৰষুণ আৰম্ভ হ'ল, নৈৰ পানীও বাঢ়িবলৈ ধৰিলে। যদি কুঁহিয়াৰনিত পানী সোমায়, কুঁহিয়াৰৰ অনেক ক্ষতি হ'ব।

নৈত পানী বাঢ়িল আৰু বাগৰি আহি কুঁহিয়াৰনিত সোমাল কিন্তু এদিনৰ পিচতে পানী বোৰ ওলাই গ'ল। যোৱাৰ আগতে কিছুমান সাৰুৱা মাটি থৈ গ'ল। খেতিয়ক বিলাকৰ আনন্দৰ সীমা নোহোৱা হ'ল, সকলোৱে মটৰুক ধন্যবাদ দিলে আৰু আই গঙ্গাক গভীৰ শ্ৰদ্ধাৰে প্ৰণাম কৰিলে। মটৰুৱে ক'লে, "আই গঙ্গাৰ কৃপাত আমাৰ একো ক্ষতি হ'ব নোৱাৰে, আই গঙ্গাই তেওঁৰ সন্তানৰ একো ক্ষতি নকৰে।"

জমিদাৰ বিলাকৰ শেনৰ দৃষ্টি কুঁহিয়াৰনিবোৰৰ ওপৰত পৰিল কিন্তু খেতিয়কবোৰৰ ওচৰলৈগৈ অভিযোগ কৰিবলৈ তেওঁলোকে সাহ নকৰিলে। তদুপৰি এতিয়া মটৰু আছে। তাৰ সলনি তেওঁলোকে আন কথা ভাবিলে। শুনামতে তেওঁলোকে জিলা অফিচত এখন দৰ্খাস্ত দিলে খেতিয়কবিলাকে তেওঁলোকৰ মাটিত জোৰ কৰি খেতি কৰিছে, মাটিবোৰ এৰি নিদিয়ে আৰু পিচত সিহঁতে তেওঁলোকক মাৰপিট কৰিব পাৰে।

সেই দৰ্খাস্তখনৰ উত্তৰ চৰকাৰে কি দিলে একো জনা নগ'ল। চৰকাৰী জিলা অফিচটো অনেক দূৰত। তালৈ গৈ জানিবৰ প্ৰয়োজন মটৰুৱে বোধ নকৰিলে। আচল কথা মণ্ডলৰ চিঠাত দীয়ৰ বুলি কোনো নিৰ্দ্দিষ্ট ঠাই নাই আৰু নৈৰ পাৰৰ মাটিৰ কোনো গৰাকীৰ নামও নাই। চৰকাৰে আকৌ নতুন জৰীপ কৰিব জানো?

* * *

বাৰিষাত মটৰু আৰু তাৰ লগৰ খেতিয়ক বিলাক বৰ সাৱধানে থাকিল। এতিয়া তাৰ দলত অনেক মানুহ। ওচৰৰ গাওঁবোৰৰ পৰা মানুহ আহিও মটৰুৰ উপদেশ আৰু পৰামৰ্শ লয়হি আৰু কিবা নতুন সূচনা থাকিলে জনায়হি। এতিয়া মটৰুৰ কাৰণে জীৱন দিয়া মানুহ অনেক। গতিকে মটৰুক আকৌ ধৰি নিয়া সহজ নাছিল।

মটৰুৱে মাজে মাজে দুই এজন বিশ্বাসী বন্ধুক লৈ গধূলি গোপীৰ ঘৰলৈ গৈ ৰাতিয়েই ঘূৰি আহে। সিহঁতক গোপীৰ ঘৰত বৰ সেৱা শুশ্ৰূষা কৰে। বুঢ়া-বুঢ়ীয়ে সোধে, "বোপাই, গোপীৰ বিয়াৰ সম্বন্ধে কোনো পৰিয়ালৰ লগত কথা বতৰা পাতিছানে?"

মটৰুৱে কয়, "দদাইদেউ, তেওঁলোকৰ ওচৰলৈ মোৰ যোৱাৰ কি প্ৰয়োজন? দহ বাৰটা পৰিয়াল গোপীক ছোৱালী দিবলৈ বৈ আছে। তাক আহিবলৈ দিয়াচোন। সি অহাৰ এমাহৰ ভিতৰতে বিয়াখন হৈ যাব। মই এনেকুৱা এজনী কইনা আনি দিম যে গাৱঁৰ মানুহে তাইক ৰ লাগি চাই থাকিব।"

মটৰুৱে কয়, " গোপীলৈ নিয়মিতৰূপে চিঠি লিখে। কিন্তু তাৰ ঘৈনীয়েকৰ কথা একো উল্লেখ নকৰে। উল্লেখ কৰি বেচেৰাৰ মনত দুখ দি লাভ কি? সি জেলৰ পৰা ওলাই অহাৰ পিচত গোপীৰ জীৱন কেনেকৈ কাটিছে কোনে জানে? সি কেবাবাৰো তাৰ ওচৰলৈ যোৱাৰ কথা ভাবিছিল কিন্তু সময় ক'ত? সি কেনেকৈ আই গঙ্গাক এৰি থৈ যাব? সিহঁতক লৈয়েই তাৰ সকলো। তাৰ অনুপস্থিতিৰ সুযোগ লৈ যদি জমিদাৰবোৰে কিবা অপকাৰ কৰে?

এবাৰ গোপীৰ ঘৰলৈ গৈ গোপীৰ বৌয়েকে তৈয়াৰ কৰা পায়স আৰু নাৰিকলৰ লাড়ু খাই থাকোতে সি গোপীৰ মাকক ক'লে, "খুড়ীদেউ! এতিয়া বুজিলো গোপী কিয় তাৰ বৌয়েকৰ হাতৰ লাটুম। তাৰ বৌয়েকযে ৰন্ধা বঢ়াত বৰ পাকৈত সেই কথা সি মোক প্ৰায়েই কৈছিল। আজি তাৰ প্ৰমাণ পালোঁ। এনে বৌয়েকৰ কথা সিনো কেনেকৈ পাহৰিব পাৰে?"

বুঢ়ীয়ে লাহেকৈ মাত লগালে, " বোপাই, বায়েক ভনীয়েক দুয়োজনীয়েই বৰ গুণৱতী ছোৱালী। বেচেৰী ভনীয়েক গুচি গ'ল, কাৰ কপালত কি আছে কোনে জানে?"

গোপীৰ বৌয়েকে দুৱাৰৰ সিফালে থিয় হৈ সকলো কথা শুনি আছিল। এবাৰ তাই সুযোগ পাই মটৰুক দেখাও দিছিল আৰু মটৰুৰো তাইক দেখাৰ বৰ ইচ্ছা আছিল।

তাইক দেখি সি আশ্চৰ্য্য হৈ গ'ল। ইমান ৰূপ, ইমান যৌৱন! সি কল্পনাও কৰা নাছিল যে গোপীৰ বৌয়েকৰ বিজুলীৰ নিচিনা চকুত চমক লগোৱা এনে ৰূপ হ'ব পাৰে। তাইক দেখাৰ পিচৰ পৰা মটৰুৰ মনত তাইৰ প্ৰতি এটা স্নেহ আৰু সহানুভূতিৰ ভাব উদয় হ'ল। সেই স্নেহ আৰু সহানুভূতি প্ৰকাশ কৰিবলৈ সি গোপীৰ মাকক কেইটামান বৰ ভাল লগা কথা ক'লে আৰু সেই কথা গোপীৰ বৌয়েকে আৰৰ পৰা শুনি তাইক শুনাবলৈকে যে কোৱা হৈছে তাই বুজি পালে।

মটৰু বৰ চিন্তাত পৰিল। গোপীৰ বৌয়েকৰ নিচিনা ইমান ধুনীয়া ছোৱালী গোপীৰ কাৰণে সি ক'ত পাব? ইমান ধুনীয়া ছোৱালী সি এতিয়ালৈকে ক'তো দেখাও নাই। বৌয়েক হ'লেও এনে এজনী ছোৱালীৰ সুখৰ কাৰণে যে গোপীয়ে সকলো উচৰ্গা কৰিব পাৰে বুলি তাক এবাৰ কৈছিল, সেই কথাৰ তাৎপৰ্য্য সি এতিয়া বুজি পালে। সঁচাকৈয়ে এনে ৰূপৱতী আৰু গুণৱতী ছোৱালীৰ কাৰণে কোনে কি কৰিব নোৱাৰে? আনপিনে, গোপীৰ লগত তাৰ সম্বন্ধ অনুসাৰে, তাই তাৰ ভনীয়েক হ'ব। কিন্তু সেই ভনীয়েকৰ মনত সি কেনেকৈ আনন্দ দিব?

মটৰুৰ মনত বিলৰাই কোৱা কথাবোৰৰ নিচিনা কথাবোৰ গুজৰি উঠিল। সদায় দীয়ৰত স্বচ্ছন্দ আৰু স্বাধীনভাৱে থকাৰ কাৰণে মটৰুৰ মনত সমাজৰ কঠোৰ ৰীতি-নীতি আৰু কু-সংস্কাৰবোৰৰ কোনো প্ৰভাৱ পৰা নাছিল। সি মুকলিমূৰীয়া জীৱন-যাপন কৰিছিল আৰু তাৰ মনলৈ যি আহিছিল অনুচিত নহয় বুলি নিশ্চিত হৈ তাকেই কৰিছিল। সি কোনো বন্ধন নামানিছিল মাত্ৰ ইমানেই জানিছিল যে মানুহৰ মাত্ৰ বল আৰু সাহস হ'ব লাগে আৰু সি কোনো অন্যায় কৰিব নালাগে। গতিকে যি ভাল দেখে তাকে কৰিবলৈ তাক কোনেও বাধা দিব নোৱাৰে। সি স্থিৰ কৰিলে যদি গোপী প্ৰস্তুত হয়, সি সেই কামটো কৰিহে এৰিব। অৱশ্যে গোপীয়ে তাৰ ঘৰখন এৰিব লাগিব। কোনো চিন্তাৰ কাৰণ নাই, সিহঁতৰ কাৰণে দীয়ৰত তাৰ পঁজাৰ ওচৰতে সি পঁজা এটা সাজি দিব আৰু তাতে দুয়োটা থাকিব। দুটা দুখী প্ৰাণৰো সুখ হ'ব আৰু বেচেৰীৰ জীৱনটোও বাচি যাব!

## এঘাৰ

যেতিয়া গোপীৰ জেলৰ মিয়াদ শেষ হ'ল, অন্যান্য কয়েদীৰ মনলৈ ঘৰলৈ যোৱাৰ যি আনন্দ আহে, সেই আনন্দ তাৰ মনলৈ নাহিল বৰঞ্চ দুখহে আহিল, কাৰণ সি ঘৰলৈ গৈ তাৰ বিধৱা বৌয়েকক যি দশাত দেখিব সেই দশা চাবলৈ সি পাঁচ বছৰৰ ভিতৰতো

পৰ্য্যাপ্ত সাহস সংগ্ৰহ কৰিব পৰা নাছিল।

যেতিয়া সি গাৱঁত সোমাল সন্ধিয়াৰ এন্ধাৰ লাহে লাহে নামি আহিছিল আৰু চাৰিও দিশ অন্ধকাৰে আচ্ছন্ন কৰিছিল। জাৰৰ দিন। চাৰিও পিনে নীৰৱ আৰু নিস্তব্ধ। মাত্ৰ দুই এটা মানুহৰ বাহিৰে গাৱঁৰ বাটটোত বেচি মানুহ নাছিল, জাৰৰ কাৰণে মানুহবোৰ সোনকালেই ঘৰলৈ উলটি আহি ঘৰত সোমাইছিল। ঘাটটো শূন্য , তাত এটা মানুহো নাই আৰু নাৰৰীয়াও নাই। গাৱঁৰ ওপৰত গোটখোৱা ডাৱৰবোৰ লাহে লাহে তললৈ নামি আহিছিল।

গোপীয়ে ভাবিলে ঘৰলৈ যোৱাৰ আগতে কাৰোবাৰ পৰা তাৰ ঘৰ খনৰ বাতৰি লয় কিন্তু পিচ মুহূৰ্ত্তত সেই ধাৰণাটো বাদ দিলে। ওচৰতে গাৱঁৰ সৰু মন্দিৰটো। সি ভাবিলে মন্দিৰলৈ নাযায় কিয়? ঈশ্বৰকো দৰ্শন কৰা হব আৰু পূজাৰীৰ পৰা তাৰ ঘৰৰ বিষয়ে কিছু জানিব পাৰিব। গোপীৰ বুকুখন ধিপ্‌ধিপাবলৈ ধৰিলে। কেইবাবছৰো ঘৰৰ পৰা দূৰত থকাৰ কাৰণে ইয়াৰ ভিতৰত ঘৰখনত কি হৈছে কোনে জানে? সি ভয় কৰিছিল কিজানি কোনোবাই তাক বেয়া খবৰ শুনাই দিয়ে।

মন্দিৰটোৰ এৰাবাৰীৰ নিচিনা অৱস্থা গোপী আশ্চৰ্য্য হ'ল। আৰতিৰ সময় আছিল কিন্তু তাত এটা মানুহো নাছিল। মন্দিৰৰ দুৱাৰ বন্ধ। সি মন্দিৰৰ এচুকত এটা বুঢ়া ভিখাৰীক বহি থকা দেখা পালে।

"ককাই, মন্দিৰটো বন্ধ কিয়? পূজাৰী কলৈ গ'ল?" মানুহটোৰ ওচৰলৈ গৈ গোপীয়ে সুধিলে।

গোপীৰ কথা শুনি ভিখাৰীটোৱে জোৰেৰে হাঁহি দিলে। দাঁত নোহোৱাৰ কাৰণে থু-এসোপা মুখৰ পৰা ওলাই মাটিত পৰিল।

"পূজাৰীৰ কথা সুধিছ তই ইয়াৰ মানুহ নহৱ নেকি? পূজাৰী যোৱা আজি তিনিবছৰ হ'ল। গাৱঁৰে বাঁৰী এজনীক লৈ পলাই গ'ল, " বুলি কৈ ভিখাৰীটোৱে আৰু জোৰেৰে হাঁহিলে।

গোপীৰ কঁপা হাতদুটা তাৰ কাণৰ ওচৰ পালেগৈ। তাৰ বুকুৰ ধিপ্ ধিপনি বেচি হ'ল। সি তাত এটা মুহূৰ্ত্তও থাকিব নোৱাৰিলে আৰু ব্যাকুল হৈ পোনে পোনে ঘৰৰ পিনে খোজ ললে। এটা আশংকা তাৰ মনলৈ আহিল কিন্তু পিচ মুহূৰ্ততে সেইটো কোনোমতেই হব নোৱাৰে বুলি নিশ্চিত হৈ ঘৰৰ পিনে তাৰ খোজৰ গতি বঢ়াই দিলে।

তাৰ ঘৰৰ পৰা কিছু দূৰত মানুহ কেইটামান থিয় হৈ আছিল। গোপীক দেখি তাৰ ওচৰলৈ আহি দুই এটা কথা পাতি সিহঁত তাৰ লগতে তাৰ ঘৰলৈ গ'ল আৰু সিহঁতৰে এটা মানুহে লৰমাৰি গৈ গোপীৰ ঘৰত সি অহাৰ খবৰটো আগতীয়াকৈ দিলে।

তাৰ ঘৰৰ পদূলিমূৰত থিয় হৈয়েই গোপীয়ে ঘৰৰ পৰা ভাঁহি অহা কান্দোনৰ ৰোল শুনিবলৈ পালে। তাৰ অন্তৰখনেও কান্দি উঠিল, অসহ্য ব্যাকুলতাত তাৰ গোটেই গাটো

কঁপিবলৈ ধৰিলে। সি ভৰি দুটা চোচোৰাই চোচোৰাই ঘৰৰ পিনে গৈ থাকিল, চকুৰ আগত অন্ধকাৰ দেখিলে । তাৰ মূৰটো ঘূৰাবলৈ ধৰিলে। তাক ঢলং পলংকৈ খোজ কঢ়া দেখি লগত যোৱা মানুহ দুটাই হাতত ধৰি লৈ গ'ল। তাৰ দুৰ্দশা দেখি তাৰ লগত যোৱা মানুহ এটাৰ মুখৰ পৰা ওলাই গ'ল 'বেচেৰা এনেকুৱা অৱস্থা নহ'ব কিয় ? ভীমৰ নিচিনা ককায়েকে এৰি থৈ গ'ল আৰু বিধাতা তাতে খুচি নহৈ তাৰ ঘৈণীয়েককো কাঢ়ি লৈ গ'ল !"

"কি !" গোপীয়ে আৰ্ত্তনাদ কৰি উঠিল। তাৰ ঘৈণীয়েকৰ মৃত্যুৰ খবৰে তাৰ মূৰত বজ্ৰপাত পেলালে। সি বুকুত ঢকিয়াই কান্দিবলৈ ধৰিলে।

বয়সীয়া মানুহ এটাই তাৰ পিঠিত হাতটো থৈ সান্ত্বনা দিলে, "বোপাই, কান্দি লাভ কি ? সকলো ঈশ্বৰৰ ইচ্ছা। তোৰ লগত তেওঁৰ সম্বন্ধ মাত্ৰ সিমান দিনলৈকে লিখা আছিল। এতিয়া যি কেইটা ৰৈ গ'ল সিহঁতক চা। সিহঁতে এতিয়া তোৰ ওপৰতে ভৰসা কৰি আছে। তই এনেকৈ ভাগি পৰিলে নচলিব।"

গোপীয়ে অনুভৱ কৰিলে বিজুলীৰ নিচিনাকৈ জ্বলি থকা শূল এডালে যেন তাৰ বুকুখন বিদীৰ্ণ কৰি কলিজাটো বাহিৰ কৰিলে। মানুহজনৰ সান্ত্বনাৰ কথাই তাৰ ওপৰত একো প্ৰভাৱ বিস্তাৰ নকৰিলে। সি মুছকছ গ'ল আৰু মানুহে ধৰি তাক খাট এখনত শুৱাই তাৰ মুখত পানী ছটিয়াই দিলে।

ঘৰৰ ভিতৰত ইনাই বিনাই কান্দি থকা গোপীৰ মাক আৰু বৌয়েকক সান্ত্বনা দি ওচৰ চুবুৰীয়া মাইকী মানুহবোৰে সিহঁতৰ কান্দোন থমাবলৈ চেষ্টা কৰিলে আৰু বুকুত ঢকিয়াই ঢকিয়াই কন্দা বাপেকক বুঢ়া আৰু আদহীয়া মানুহবোৰে 'তই বুঢ়া মানুহটোৱে সৰু ল'ৰাৰ দৰে এনেকৈ কান্দিলে গোপীৰ অৱস্থা কি হ'ব বুলি কৈ কোনোমতে বুঢ়াৰ কান্দোন বন্ধ কৰালে।

* * *

সেই ঘৰখনৰ দুখৰ ঘন ছায়া কেইবামাহলৈকে থাকিল আৰু কেইবামাহলৈকে ঘৰখনৰ কাৰো চকুৰ পৰা চকুৰপানী নুগুছিল।

দুখৰ যিমান শক্তি, প্ৰকৃতিয়ে মানুহক সেই দুখ সহ্য কৰিবলৈ তাতকৈ অধিক শক্তি দিয়ে। যেনেকৈ দুখৰ কোনো নিৰ্দ্দিষ্ট সীমা নাই, তেনেকৈ মানুহৰ সহ্য শক্তিও অসীম। কেতিয়াও কল্পনা নকৰা যি দুখে হঠাতে আহি মানুহক ব্যাকুল কৰে, ক'ৰবাৰ পৰা সেই দুখ সহ্য কৰিব পৰা শক্তিও তাৰ পিচতেই আহি যায়. সেই শক্তিয়ে মানুহক কন্দুৱাই,চকুৰ পানী উলিয়াই অন্তৰৰ গভীৰ দুখ লাঘৱ কৰে আৰু পিচত এনে এটা সময় আহে যেতিয়া অতীতৰ সেই দুখ এটা দুঃস্বপ্নৰ নিচিনা লাগে। প্ৰকৃতিৰ এই প্ৰভাৱ কেৱল অসাধাৰণ মানুহৰ ওপৰতেই নপৰে, সাধাৰণ মানুহৰ ওপৰতো পৰে। গোপী, তাৰ মাক দেউতাক আৰু বৌয়েক সাধাৰণ মানুহ। দুখৰ সাগৰত নাদুৰি-সাতুৰি হাবাথুৰি খাই, বেদনাৰ ঢৌবোৰৰ

আস্ফালন সহ্য কৰি লাহে লাহে তেওঁলোকৰ দুখৰ দিনবোৰ শেষ হৈ অহাত মনলৈ কিঞ্চিৎ আনন্দ, কিঞ্চিৎ আশা আৰু আকাঙ্খ্যা আহিল।

গোপী আৰু তাৰ বৌয়েক এনেধৰণৰেই দুৰ্ভগীয়া প্ৰাণী । গোপী পত্নীহীন আৰু বৌয়েক পতিহীনা। দুয়ো দুয়োকো কেনেকৈ সান্ত্বনা দিব তাৰ প্ৰকৃত ভাষা সিহঁতে বিচাৰি নাপালে। বৌয়েকে আগৰ দৰেই ঘৰৰ কামবোৰ কৰি গৈ থাকিল। তাই এটা যন্ত্ৰৰ নিচিনাকৈ সকলো কাম কৰিলে যেন সেইকামবোৰ কৰিবলৈকে যন্ত্ৰটো তৈয়াৰ হৈছিল, যি তেনেকৈয়ে চলি থাকিব, তেনেকৈ কাম কৰি থাকিব, যাৰ একো পৰিবৰ্ত্তন নহ'ব। কিন্তু এটা যন্ত্ৰ সদায় একেভাৱে চলি থাকিব নোৱাৰে, তাৰ গতি লাহে লাহে মন্থৰ হ'বই আৰু এদিন সি চিৰদিনৰ কাৰণে বিকল হ'বই।

গোপীৰ বৌয়েক লাহে লাহে বেচি গম্ভীৰ, বেচি নীৰৱ আৰু বেচি উদাস হ'ল। নিজৰ কাম পূজাৰ বাহিৰে আন একোৰে প্ৰতি তাইৰ আগ্ৰহ নোহোৱা হ'ল।

গোপীয়ে সদায় মনমাৰি থকা, বেদনাক্লিষ্ট, গম্ভীৰ আৰু অতি কম কথা কোৱা বৌয়েকক দেখি ভাৱে সঁচাকৈয়ে তাৰ বৌয়েকে এনেভাৱেই গোটেই জীৱনটো কটাই দিবনে আৰু সি তেওঁক তেনেভাৱে জীৱনটো কটাবলৈ দিবনে? পৃথিৱীলৈ শীত আহে আৰু তাৰ পিচতেই বসন্ত আহে। তাৰ বৌয়েকৰ জীৱনলৈ এবাৰ যি শীত আহিল, সেই শীত সদায় থাকিবনে? তেওঁৰ জীৱনলৈ শীতৰ পিচত বসন্ত নাহিবনে? আৰু যদি নাহে, সেই বসন্ত আনিব পৰা নাযাবনে? শীতৰ প্ৰকোপত চুপমাৰি থকা কুলি চৰাইৰ মাতটো আৰু কেতিয়াও শুনিবলৈ পোৱা নাযাবনে?

গোপীয়ে সিহঁতৰ সমাজৰ ৰীতি-নীতিবোৰ জানে। সি জানে যে তাৰ বংশ পৰিয়ালৰ এজনী বিধৱা তাইৰ মৃত স্বামীৰ চিতাৰ এডাল কাঠৰ নিচিনা যি ডাল কাঠ এসোপা ছাই নোহোৱা পৰ্য্যন্ত জ্বলি থাকিব আৰু ছাই নোহোৱা পৰ্য্যন্ত তাইক স্পৰ্শ কৰিবলৈ কাৰো সাহস নহ'ব, কাঠডাল নুমুওৱাতো দূৰৰ কথা। গোপীয়ে ভাৱে তাৰ বৌয়েকো তেনেভাবে জ্বলি ছাই হৈ যাবনে? সেই জুই কেতিয়াও নুমুৱাব নোৱাৰিনে? গোপীৰ মনৰ চকুৰ আগত সেই প্ৰশ্নটোৱে বাৰে বাৰে দেখা দিয়েহি আৰু তাৰ উত্তৰ বিচাৰি সি হাবাথুৰি খায়। সেই উত্তৰটোৰ ওপৰতেই তাৰ বৌয়েকৰ গোটেই জীৱনটো নিৰ্ভৰ কৰিছে বুলি জানি তাক বিচাৰি উলিয়াবৰ কাৰণে সি দৃঢ় প্ৰতিজ্ঞ হ'ল আৰু তাৰ নিজৰ কথা নাভাবি বৌয়েকৰ চিন্তাই তাৰ জীৱনৰ লক্ষ্য হৈ পৰিল। তাৰ বৌয়েকক যেন সি আকৌ আগৰ নিচিনাকৈ দেখে তাৰ কাৰণে সকলো কৰিবলৈ প্ৰস্তুত হ'ল।

* * *

জগতখন যি পৰিস্থিতিতেই থাকক, বিয়াৰ উপযুক্ত ছোৱালীৰ বাপেকহঁত সিহঁতৰ ঘৰলৈ আহিবলৈ ধৰিলে। গোপীৰ দেউতাকে ছোৱালীৰ বাপেকঁহতক গোপীক সুধিবলৈ

ক'লে, কাৰণ সিয়েই বিয়াৰ সকলো ব্যৱস্থা কৰিব লাগিব তাকেই সোধাটো উচিত হ'ব।

সেই মানুহবোৰক দেখি গোপীৰ সৰ্ব্বাঙ্গ জ্বলি উঠে। বেচেৰাহঁতৰ গাত কোনো দোষ নাই, কিন্তু বৌয়েকৰ চকুৰ আগত সি কেনেকৈ তাৰ বিয়াখন পাতিব পাৰে? তেওঁ কোন চকুৰে তাৰ বিয়াখন চাব আৰু কোন দুখন কাণেৰে তাৰ বিয়াৰ বাদ্যধ্বনি আৰু বিয়া নামবোৰ শুনিব? সেইবোৰ তেওঁ সহ্য কৰিব পাৰিবনে? নিশ্চয় নোৱাৰে। নহয়, নহয়, সি সেই কাম কেতিয়াও কৰিব নোৱাৰে, তেনে কাম কৰি বৌয়েকৰ বুকুত আন একুৰা জুই কেতিয়াও জ্বলাব নোৱাৰে।

তাৰ লগত সম্বন্ধ পাতিবলৈ কোনো মানুহ আহিলে টানকৈ কৈ দিবৰ তাৰ ইচ্ছা হয়, 'মোক এই কথা কবলৈ তোমাৰ লাজ নালাগিলনে? একো নকৰিলেও অন্ততঃ মোৰ অন্তৰৰ অৱস্থাটো বুজিবলৈ তুমি চেষ্টা নকৰা কিয়? যোৱা মোৰ কেঁচা ঘাত নিমখ সানিবলৈ নাহিবা।' কিন্তু ভদ্ৰতাৰ খাটিৰত মোৰ বিয়া কৰিবলৈ ইচ্ছা নাই, বেয়া নাপাব' বুলি ভদ্ৰ ভাবে কয়। কেতিয়াবা কোনো মানুহে তাৰ সেই উত্তৰত সোধে, "তুমি এনে কথা কিয় কৈছা?"

গোপী মনে মনে থাকে। সি কিয় সেই কথা কৈছে তেওঁক কেনেকৈ বুজাব?

তাক দ্বিতীয় প্ৰশ্ন সোধা হয়, " এই বয়সত তুমি বিয়া নকৰাকৈ কেনেকৈ থাকিবা?"

সেই প্ৰশ্নটোৰ উত্তৰত গোপীয়ে সুধিবলৈ ইচ্ছা হয়, 'নবৌৰ বয়সো মোৰ সমানেই, তেওঁ কেনেকৈ থাকিব?' কিন্তু সি মনে মনে থাকে। তৃতীয় প্ৰশ্নটো সোধা হয়, "এদিন নহয় এদিন যে তুমি বিয়া কৰিবই লাগিব সেইটোও অস্বীকাৰ কৰানে?"

তাৰ উত্তৰত গোপীৰ ক'বৰ মন যায়, "মোৰ নবৌক সেই প্ৰশ্নটো নকৰে কিয়?" কিন্তু এইবাৰো সি মনে মনে থাকে। মনেমনে তাৰ খং উঠে।

চতুৰ্থ প্ৰশ্নটো সোধা হয়, "তুমি বিয়া কৰিবা সেইটো অস্বীকাৰ কৰিব নোৱৰা। তোমাৰ ল'ৰা ছোৱালী থকাহেঁতেন বেলেগ কথা। বোপাই, এদিন নহয় এদিন তুমি বিয়া কৰিবই লাগিব। তোমাৰ বয়সেই বা কিমান? গোটেই জীৱনটো পৰি আছে।"

তাৰ বৌয়েকৰোতো ল'ৰা-ছোৱালী নাই, তেওঁক ল'ৰা ছোৱালী নেলাগে নে কি? গোপীৰ মনত সেই নীৰৱ প্ৰশ্নটোৰ উদয় হয়, কিন্তু তাৰ মুখৰ পৰা এটা কথাও বাহিৰ নহয়। তাৰ বেচ খং উঠে আৰু আঙুলি এটা দাঁতৰ মাজত থৈ সি মনে মনে থাকে।

"অন্ততঃ তোমাৰ বংশ পৰিয়ালৰ নাম ৰাখিবলৈ....."

এইবাৰ গোপীয়ে ক্ৰোধ সম্বৰণ কৰিব নোৱাৰি খঙেৰে কয়, "আপুনি মোৰ বংশ পৰিয়ালৰ নামৰ কথা চিন্তা কৰাৰ প্ৰয়োজন নাই। এতিয়া মোৰ ওচৰৰ পৰা আপুনি গুচি যাওক।"

"আচৰিত ল'ৰা! মই কি কৈছো আৰু এওঁ কি কৈছে চোঁৱা .......... যদি যৌতুক লাগে মই দিবলৈ ...."

"মোক একো নালাগে, একো নালাগে। মই বিয়া নকৰোঁ, নকৰোঁ।" কৈ গোপী তাৰ পৰা উঠি যায়।

ছোৱালীদিয়াৰ বিষয় লৈ কোনো মানুহ সিহঁতৰ ঘৰলৈ আহিলেই গোপীৰ খং উঠা হ'ল। তাৰ অন্তৰৰ দ্বন্দ্ব আৰু বেচি তীব্ৰ হ'ল। সি উত্তেজিত হৈ নিজকে প্ৰশ্ন কৰে , " কেনেকৈ, কেনেকৈ সি বিধৱা বৌয়েকৰ বেদনাভৰা, করুণ চকুজুৰিৰ আগত তাৰ বিয়াৰ উৎসৱ পাতিব ? কেনেকৈ সি তাৰ ইচ্ছাৰ ঘোৰ বিৰুদ্ধে এজনী অবোধ ছোৱালী বিয়া কৰি এখন শুকান, মৰুময় সংসাৰ পাতিব ? অসম্ভৱ, সেইটো সি কেতিয়াও কৰিব নোৱাৰে, কেতিয়াও নোৱাৰে। সি উচুপি উচুপি কান্দিবলৈ ধৰে।

# বাৰ

দীয়ৰত এইবাৰ ঘেঁহু আৰু ধানৰ খেতি বৰ ভাল হৈছে। পকাধান আৰু ঘেঁহু কাটিবৰ কাৰণে অনেক দূৰৰ পৰা মতা আৰু মাইকী বনুৱাবোৰ আহি তাত গোট খাইছেহি। অতি কমেও ধান আৰু ঘেঁহু কাটোতে পোন্ধৰ দিন লাগিব। মটৰু পালোৱানে বনুৱাক টকাৰ সলনি যথেষ্ট পৰিমাণৰ ধান আৰু ঘেঁহু দিয়ে আৰু খেতিয়কবোৰকো যথেষ্ট পৰিমাণৰ ধান বা ঘেঁহু মজুৰি হিচাপে দিবলৈ কৈছে যাতে সিহঁত ধান আৰু ঘেঁহু লৈ হাঁহিমুখে ঘৰলৈ উভতি যায়।

আই গঙ্গাৰ পাৰত এখন মেলাও বহিল। চহৰৰ পৰা কিছুমান দোকানী আহি তাত বহি গ'ল। সিহঁতৰ দোকানত বিড়ী চিগাৰেট, তেল নিমখ মিঠাই, বিচকুট, লজেন আদি বস্তুবোৰ পোৱা যায়। বস্তুবোৰ কিনোতে পইচাৰ সলনি চাউল আৰু ঘেঁহু দিব লাগে। বনুৱাবোৰে সিহঁতে পোৱা ধান বা ঘেঁহু দি সিহঁতৰ সকলো বস্তুবোৰ কিনি লয়। দিনত সকলো শ্ৰমিকে পিঠাগুৰি খায় আৰু ৰাতি ভাত বা ৰুটি খায়।

মটৰুৱে সেই সকলোবোৰ চাই থাকে আৰু মনত বৰ আনন্দ পায়। বনুৱা খেতিয়কবোৰে তাক ইমান প্ৰশংসা কৰে যে সি বৰ লাজ পায়। মানুহে কোৱা-মেলা কৰে, " এইটো মটৰু পালোৱানৰ এলেকা। তেওঁৰ নিচিনা সাহ আৰু বল কাৰ আছে যি হাবি জঙঘল কাটি খেতি কৰিবৰ কাৰণে পথাৰ তৈয়াৰ কৰি দিলে আৰু এতিয়া তাত খেতি কৰি শ শ খেতিয়কে পেট প্ৰৱৰ্ত্তাইছে আৰু সকলোৱে তেওঁক আশীৰ্বাদ দিছে। তেওঁ নথকা অৱস্থাত জমিদাৰ বিলাকে জঙঘল বিক্ৰী কৰি ধনৰ টোপোলা শকত কৰিছিল। এতিয়া জমিদাৰ হঁতৰ সাহ নাই যে ইয়াত ভৰি দিয়ে। সাক্ষাত বাঘ, সিহঁত বাঘৰ ওচৰলৈ কেনেকৈ আহিব ? মটৰু পালোৱানৰ কাৰণে এতিয়া শ শ মানুহে প্ৰাণ দিবলৈ সাজু।"

মটৰুৱে মানুহে কোৱা কথাবোৰ শুনে আৰু হাত তুলি নৈ খনক প্ৰণাম কৰি কয়,

"এই সকলো আই গঙ্গাৰ কৃপা। তেওঁৰ ভঁৰালত কোনো বস্তুৰ অভাৱ নাই। সেইবোৰ ল'বলৈ মানুহৰহে অভাৱ। আইৰ আঁচল খন তেওঁৰ পুতেকহঁতৰ কাৰণে খালী হয় জানো? তেওঁ গোটেই জগতখনৰ মানুহৰো মাক!"

* * *

কৃষ্ণ পক্ষৰ জোনটোৱে আকাশত ভুমুকি মৰাৰ লগে লগে মটৰূ আৰু তাৰ খুলশালিয়েক জনে ধান আৰু ঘেঁহু কটা বনুৱা বিলাকক সিহঁতৰ কাম আৰম্ভ কৰিবলৈ নিৰ্দ্দেশ দিলে। দিনত অত্যন্ত গৰম বতাহ বলাৰ কাৰণে বনুৱাবোৰৰ পথাৰত ধান কাটিবলৈ কষ্ট হয়। সিহঁতে ৰাতিপুৱাই শুই উঠি তিনি চাৰিঘন্টাত যিমান ধান আৰু ঘেহু কাটিব পাৰে আবেলিলৈকে আঠ ন ঘন্টাৰ ভিতৰতো সিমান ধান বা ঘেঁহু কাটিব নোৱাৰে। দিনটো কাম কৰি পৰিশ্ৰান্ত হৈ ৰাতি সিহঁত নৈৰ পাৰৰ ঠাণ্ডা বালিৰ ওপৰত শুই গভীৰ নিদ্ৰাত মগ্ন হয় আৰু নৈৰ পৰা ৰিব্ ৰিব্কৈ বৈ অহা শীতল বতাহে সিহঁতৰ টোপনিক আৰু গভীৰ আৰু সুখৰ কৰি তোলে।

ৰাতিপুৱা পূজনে সিহঁতক চিএঞৰি মতাৰ লগে লগে বনুৱাবোৰ উঠে আৰু মুখ হাত ধুই চাহ জলপান খাই পথাৰত উপস্থিত হয়। সকলোৰে মনত স্ফুৰ্ত্তি আৰু আনন্দ। ধানকটা মতা মাইকী মানুহবোৰৰ ভিতৰত বয়সীয়া মতা তিৰোতাও আছিল। ধান কাটোতে পথাৰখনৰ এফালে মাইকী মানুহবোৰ আৰু আনফালে মতামানুহবোৰ থাকে। মতাবোৰক মটৰূৱে আৰু মাইকীবোৰক পূজনে তদাৰক কৰে।

ধান কাটি থাকোতেই এদিন পূজনে এজনী বয়সীয়া মাইকী মানুহক হাঁহি এটা গীত গাবলৈ ক'লে, " মাহী, এটা গীত গাচোন, শুনিবলৈ বৰ মন গৈছে।"

মানুহজনীয়ে হাঁহি উত্তৰ দিলে, "মইনা, মই গাব নাজানো। তোৰ যদি গীত শুনিবলৈ মন গৈছে শুনিবি, গাওঁতা মানুহ আছে।" কৈয়েই মানুহজনীয়ে তাইৰ ওচৰতে ধান দাই থকা বাইশ তেইশ বছৰীয়া বিবাহিতা ছোৱালী এজনীক গাবলৈ ক'লে আৰু তাই অলপো দ্বিধাবোধ নকৰি এটা মিচিকিয়া হাঁহি মাৰি ধান কাটি কাটি তলমূৰকৈ গাবলৈ ধৰিলে —

"প্ৰিয়তম, তুমি দূৰলৈ' নাযাবা,
তাত তুমি কি পাবা, কি পাবা?
ইয়াত ধান পকিল সোণৰ মনিবোৰ জিলিকিছে।
মই মুখত হাঁহিৰে পুৱাতেই যাম,
নাচি-বাগি, গীত গাই অন্নদেৱতাক মুগ্ধ কৰিম,
খুচি হৈ তেওঁ মোক ন ধান দিব,
মই আঁচল ভৰাই আনিম
খুন্দিম, পিহিম আৰু লুথুৰী পিঠা কৰিম,
তোমাক পীৰা এখনত বহুৱাই

আথে-বেথে নিজ হাতেৰে খুৱাম।
তোমাৰ মনত আছেনে যোৱা বছৰৰ কথা,
ন ধান যে ঘৰলৈ আনিছিলো?
প্ৰিয়তম, তুমি দূৰলৈ নাযাবা
তাত তুমি কি পাবা, কি পাবা?"

ৰাতিপুৱাৰ সেন্দুৰীয়া আভা লাহে লাহে শস্য ভৰা পথাৰত পৰাত গোটেই পথাৰখন এখন সোন খটোৱা বিৰাট ডাঙৰ দলিচাৰ নিচিনা হৈ পৰিছে আৰু ধান দো ৱা মানুহবোৰক দূৰৰ পৰা দলিচাখনৰ বুটা যেন লাগিছে। উচ্ছল তৰঙ্গৰে নৈখনৰ পানীবোৰ বতাহত কঁপি থকা এখন নীলা চাদৰৰ দৰে লাগিছে, দূৰৰ পৰা অহা কুলি চৰাইৰ মধুৰ মাত বতাহত প্ৰতিধ্বনিত হৈছে, সূৰ্য্যৰ কোমল কিৰণ আৰু ৰিব্ ৰিব্‌কৈ বলা মলয়া বতাহে মানুহৰ মনত অপাৰ আনন্দ দিছে। মটৰুৰ মনতো আনন্দৰ সীমা নাছিল। সি শস্যভৰা সোনালী পথাৰ খনলৈ একথিৰে চাই থাকোতে পিচ ফালৰ পৰা কোনোবাই তাক মতা শুনিলে, "মটৰু ককাই!"

মটৰুৱে ঘূৰি চালে আৰু গোপীক দেখি আনন্দত উত্ৰাৱল হৈ তাক সাৱটমাৰি ধৰি ক'লে, "গোপী! তই কেতিয়া আহিলি?"

"মোৰ কথা খুব সুধিছা এতিয়া! অহা চাৰি পাঁচ মাহ হ'ল মোক লগ পাবলৈ আহিবলৈ তোমাৰ সময়েই নোলাল!" গোপীয়ে অভিযোগৰ সুৰত ক'লে।

"ইমান সোনকালে মুকলি হলি? মোৰ হিচাপততো এই মাহৰ শেহতেহে তোৰ জেলৰ পৰা ওলোৱাৰ কথা," মটৰুৱে গোপীৰ গাৰ পৰা হাতদুটা এৰুৱাই সুধিলে।

"ছমাহ ৰেহাই পালো। শুনিলোঁ তুমি সেই ফালে অহা যোৱা কৰি থাকা। আমাৰ ঘৰলৈ যোৱা নাই কিয়? মইতো তোমালৈ বাট চাই আছিলোঁ। তোমাৰ ভালতো?" গোপীয়ে সুধিলে "ভাল। তোমাৰ কথা কোৱা। ইয়াত কামত বৰ বেয়াকৈ মেৰ খালো। ইমান কাম যে একমিনিটো আহৰি নাই। ভাবিছিলো ধান কাটি হ'লেই তোৰ তালৈ যাম আৰু এৰাতি থাকি আহিম। তই আহিলি ভালেই হ'ল। ইয়াত মোৰ ভৰি দুটা যেন কোনোবাই বান্ধিহে ৰাখিছে" তাৰ পঁজাটোৰ পিনে গোপীক লৈ যাওঁতে মটৰুৱে ক'লে।

"তুমি কৈছিলা তুমি ইয়াত অকলে থাকা, কিন্তু দেখিছো এখন সুৰু সুৰা গাওঁ।" চাৰিওপিনে এবাৰ চাই গোপীয়ে ক'লে।

"সকলো আই গঙ্গাৰ কৃপা। অনেক খেতিয়ক আহিল আৰু সিহঁতে ঘৰ সাজিলেহি। মটৰু এতিয়া অকলশৰীয়া নহয়, তাৰ পৰিয়ালটো বৰ ডাঙৰ হ'ল!" কৈ মটৰুৱে এটা খুচীৰ হাঁহি মাৰিলে।

পঁজাটোৰ সন্মুখত মটৰুৰ পুতেক লখনাই অবাক হৈ গোপীলৈ চাই আছিল। মটৰুৱে পুতেকক ক'লে, "কি চাই আছ? তোৰ দদায়েৰ। সেৱা কৰ।"

লখনাই গোপীৰ ভৰি চুই সেৱা কৰিলে। গোপীয়ে তাক দুই হাতেৰে তুলি থিয় কৰাই মটৰুক সুধিলে, "তোমাৰ ডাঙৰ ল'ৰা নহয়জানো?"

"ইয়েই মোৰ ডাঙৰ ল'ৰা," মটৰুৱে উত্তৰ দিলে আৰু পুতেকক সুধিলে, "গাখীৰ খীৰোৱা হ'লনে?"

"খীৰালে।" পুতেকে ক'লে।

"তেনেহ'লে এতিয়াই মাৰক কৈ এগিলাচ গৰম গাখীৰ লৈ আহ দদায়েৰৰ কাৰণে," কঠ এটাত বহি মটৰুৱে ক'লে।

"মুখ হাত ধোৱাই নাই, ইমান লৰালৰি কিয়?" গোপীয়ে ক'লে।

"বাঘে জানো কেতিয়াবা মুখ হাত ধোৱে? যি নহওঁক, গাখীৰ খাবলৈ মুখ হাত ধোৱাৰ কোনো প্ৰয়োজন নহয়," মটৰুৱে হাঁহি ক'লে।

***

তাৰ ঘৰৰ সকলো কথা চমুকৈ কৈ গোপীয়ে পিচত ক'লে, "প্ৰাণটো মহা সংকটত পৰিছে! মগজে একো কাম কৰা নাই। তোমাৰ পৰামৰ্শ লবলৈ আহিছো। এতিয়া তুমিয়েই মোক এই সংকটৰ পৰা উদ্ধাৰ কৰিব লাগিব। ছোৱালী যাচিবলৈ প্ৰত্যেক দিনে মানুহ আহিছে। কি কৰো একো ভাবি গুনি ঠিক কৰিব পৰা নাই। মোৰ বিয়া কৰিবলৈ একেবাৰে ইচ্ছা নাই। নবৌক দেখিলেই মোৰ বুকুখন দেই পুৰি যায়। মোৰ দয়া হয়। কিন্তু তেওঁৰ মনলৈ সুখ অনা মোৰ দ্বাৰা নহ'ব।"

"তোৰ ঘৰলৈ যাওঁতে দদাইদেউ আৰু খুড়ীদেৱে তোৰ কাৰণে ছোৱালী চাবলৈ মোক বাৰে বাৰে কৈছিল আৰু শেষত মতো দিছিলো। কিন্তু তোৰ বৌয়েৰক দেখি গোটেই ভাৰস্তৰ ছোৱালীবোৰ মোৰ দৃষ্টিৰ পৰা আঁতৰি গ'ল। ভাবিছিলো তই আহিলে তোৰ লগত আলোচনা কৰিম। ভাইটি, সচাকৈয়ে কচোন বৌয়েৰক বিয়া কৰিবলৈ তোৰ ইচ্ছা আছেনে? মোৰ মনে কয় তই তেওঁক বৰ ভাল পাৱ।"

"মই ইচ্ছা কৰিলে কি হ'ব?" গোপীয়ে বেজাৰ মনেৰে ক'লে।

"কিয় নহ'ব? মতামানুহৰ ইচ্ছা আৰু দৃঢ়তাৰ মূল্য আছে। তোক লৈ মই গোটেই জগতখনৰ বিৰুদ্ধে থিয় হ'ম! তই মোক কি বুলি ভাবিছ? মই ইমান দূৰলৈকে চিন্তা কৰিছো যে তোৰ মাৰ দেউতাই যদি তোক ঘৰৰ পৰা বাহিৰ কৰি দিয়ে, মোৰ এই পঁজাটোৰ কাষতে আন এটা পঁজা থিয় হৈ যাব। এই পথাৰ খন দেখিছতো! আমি-মিলি জুলি ইয়াতে খেতি কৰিম। আমাৰ বিৰুদ্ধে থিয় হ'বলৈ কাৰো সাহ নহ'ব। গোপী, সঁচাকথা কওঁ তোৰ বৌয়েৰক দেখি মোৰ কলিজাটোও ক'লা পৰি যায়। তই তেওঁক নিজৰ কৰি ল। বৰপুণ্য হব। ভাইটি! কচাইৰ হাতৰ পৰা এজনী ছাগলীৰ প্ৰাণ বাচিব আৰু চিকাৰীৰ হাতৰ পৰা এজনী হৰিণীৰ প্ৰাণ বচালে তোৰ পুণ্য হ'ব। সাহসী পুৰুষে এনে কাম কৰিবলৈ পিচ নোহোঁহকে, "মটৰুৱে গোপীৰ পিঠিত চপৰিয়াই ক'লে।

"কিন্তু তেওঁৰ মনটোওতো জানিব লাগিব। তেওঁবা কি ভাবি থৈছে। ককাইটি, তেওঁ ৰাজী হ'ব জানো?" গোপীয়ে সুধিলে।

"হে'ৰ, তই ঘৰলৈ অহা পাঁচ মাহ হ'ল এতিয়াও তেওঁৰ মনটো বুজিব নোৱাৰিলি?"

মটৰুৱে আচৰিত হৈ সুধিলে।

"কেনেকৈ বুজো, ককাইটি? তেওঁতো একেবাৰে বোবা হৈ গ'ল। কিবা কাৰণত তেওঁ মোৰ ওচৰলৈ আহিলেই চকুৰ পৰা চকুলো ওলাই অহা দেখো। তেওঁ মোক এটা কথাও নকয়। মই তেওঁৰ মনত কি আছে কেনেকৈ জানো?"

"এদিন তেওঁক তই সুধি চা।"

"কিন্তু, ককাইটি, দেউতা.... "

"এটা কথা তই বুজিবলৈ চেষ্টা কৰ। দদাইদেউ আৰু খুড়ীদেউৰ পাকত নপৰিবি। তেওঁলোক সমাজৰ ৰীতি-নীতিৰ বিৰুদ্ধে নাযাব। তেওঁলোকে আনকি গোটেই জীৱনটোত অৰ্জ্জা ধনসোণ সমাজৰ ৰীতিনীতি ৰক্ষা কৰি পৰিয়ালৰ সন্মান বচাবলৈ এৰি দিব পাৰে। গতিকে তেওঁলোকৰ কথামতে কাম কৰিলে একো নহব। তই এটা জনা বুজা ডেকা লৰা, তোৰ ভয় কিহৰ? মই তোৰ লগত আছো! চাম তোৰ বিৰুদ্ধে কোনে কি কৰিব পাৰে। সাহসৰ আৱশ্যক, কেৱল সাহস। সাহসৰ আগত গোটেই জগতখনে মূৰ দোৱায়।"

"তেন্তে তুমি আমাৰ ঘৰলৈ কেতিয়া আহিবা? ককাইটি, মা-দেউতাক বুজাবা তেওঁলোকে যেন বিয়াৰ কাৰণে লৰালৰি নকৰে।"

"এই চাৰি পাঁচদিনৰ ভিতৰতে। তাৰ ভিতৰত ধান কটা প্ৰায় শেষ হব। চিন্তা নকৰিবি মই সকলো ব্যৱস্থা কৰিম। তই মাত্ৰ তোৰ বৌয়েৰক বুজাবি। ব'ল তোক পকাধানৰ পথাৰখন দেখুৱাওঁ। তাৰ পৰা গৈ আই গঙ্গাত বুৰ এটা মাৰি ঘৰলৈ উলটিম।"

## তেৰ

গোপীক ছোৱালী দিবলৈ তাৰ ঘৰলৈ যোৰে যোৰে অহা মানুহ বোৰ যেতিয়া নিৰাশ হৈ ঘূৰি গ'ল, এদিন ৰাতিপুৱা বৌয়েক গোঁসাই ঘৰত থকাৰ সময়ত মাকে গোপীক মাতি তাৰ দেউতাকৰ আগত থিয় কৰাই দিলে। দেউতাকৰ মুখখন গম্ভীৰ। মাকে হঠাতে তাক তেনেভাৱে কিয় মাতি লৈ গ'ল গোপীয়েতাৰ কোনো কাৰণ অনুমান কৰিব নোৱাৰিলে।

দেউতাকে গোপীক ওচৰলৈ মাতি ক'লে, "বোপাই, মোৰ আৰু মাৰৰ অৱস্থা দেখিছতো?"

গোপীয়ে অপ্ৰীতিকৰ কিবা এটা আশঙ্কা কৰি মূৰটো জোকাৰি দেউতাকৰ কথা সমৰ্থন কৰিলে যে সি সকলো দেখিছে।

বুঢ়াই একে সুৰতে কৈ গ'ল, " বোপাই, আমাৰ জীৱনৰ কোনো ঠিকনা নাই। আমি আজি আছোঁ, কাইলৈ নাই। মোৰ মনত যি আশা আৰু আকাংখ্যা আছিল সেইবোৰ মনত

প্ৰিলে বুকু হম্ হম্ কৰে। কি কৰিম সকলো ঈশ্বৰৰ ইচ্ছা, তেওঁৰ ইচ্ছা পূৰ হ'ল, কিন্তু এতিয়া তই বিচাৰনে যে এই ধ্বংস হ'ব খোজা ঘৰখন আমি এনে অৱস্থাত এৰি থৈ যাওঁ?" কওঁতে কওঁতে আবেগত বুঢ়াৰ কণ্ঠৰোধ হ'ল।

মাকে কান্দোন ওলাই অহা মুখখন আঁচলেৰে ঢাকি পেলালে।

মাক আৰু দেউতাকৰ তেনে অৱস্থা দেখি সহ্য কৰিব নোৱাৰি গোপী তাৰ পৰা উঠি যাবলৈ ধৰোতে দেউতাকে খীন স্বৰে ক'লে, " আমি জীয়াই থাকোতেই তই ঘৰখন পাত আৰু তাকে দেখিলে অন্ততঃ আমি শান্তিৰে মৰিব পাৰিম।"

গোপীয়ে দেউতাকৰ পিচৰ কথাখিনি শুনিবলৈ নাপালে। সি তাৰ কোঠালৈ গৈ ফেঁকুৰি ফেঁকুৰি কান্দিলে। তাৰ অন্তৰৰ কথা কোনেও নুবুজে কিয়? কিছুমান মানুহৰ তেওঁলোকৰ জীয়েকহঁতৰ বিয়াৰ চিন্তা, কিছুমানৰ তেওঁলোকৰ পৰিয়ালৰ মান সন্মানৰ চিন্তা আৰু তাৰ মাক-বাপেকৰ ধ্বংস হ'বলৈ ধৰা ঘৰখন ৰক্ষা কৰাৰ চিন্তা। কিন্তু তাৰ আঘাতলগা অন্তৰখনৰ কথা কোনেও চিন্তা নকৰে কিয়?

সেই কথাবোৰ চিন্তা কৰি প্ৰথমতে তাৰ মনলৈ ক্ষোভ আৰু অভিমান আহিল আৰু পিচত আক্ৰোহ। শেষত, সি এটা শেষ সিদ্ধান্ত গ্ৰহণ কৰিলে। সি দৃঢ়তাৰে সমাজ আৰু জগতক ক'ব সি ঘৰ পাতিব, নিশ্চয় পাতিব, কিন্তু এনেভাৱে পাতিব যে তাৰ হৃদয়ত জ্বলি থকা জুইকুৰা নুমাব আৰু লগতে তাৰ বিধৱা বৌয়েকৰ জ্বলি থকা জীৱনৰ ওপৰতো শীতল জলৰ ছিটিকণি পৰিব।

পিচদিনা যেতিয়া মাক দেউতাকৰ ভৰি দুটা পিটিকি ওচৰত বহি আছিল, সেই সময়তে গোপী গোঁসাই ঘৰলৈ গৈ বৌয়েকৰ পিচফালে থিয় হ'ল। তেতিয়া বৌয়েকে ৰামায়ণ পঢ়ি আছিল .... " এই শৰীৰটোৰে এতিয়াও সতীক লগ পোৱা নাই.... " বৌয়েকে ৰামায়ণৰ সেই শাৰীটো দুবাৰ পুনৰাবৃত্তি কৰিলে। তেওঁৰ চকুৰ পৰা চকুলো ওলাই আহি টপ্ টপ্ কৰে মাটিত পৰিল।

গোপীৰ চকুদুটাও আবেগত চলচলীয়া হ'ল। ৰামায়ণৰ পাঠ শেষ কৰি আঁচলেৰে চকুলো মচি গোঁসাইক সেৱা কৰি উঠিয়েই গোপীক দেখি বৌয়েক চক্ খাই উঠিল। জেলৰ পৰা অহাৰ পিচত গোপীয়ে বৌয়েকক একান্তভাৱে লগ পোৱা দূৰৰ কথা আনকি তাৰ লগত বৌয়েকৰ এদিনো চকুৱে চকুৱে পৰা নাছিল। দাৰুণ অস্বস্তি বোধ কৰি এজনী চক্ খোৱা হৰিণীৰ দৰে বৌয়েক গোঁসাই ঘৰৰ পৰা তাৰ কাষেদিয়েই ওলাই যাওঁতেই, গোপীয়ে তাৰ সকলো সাহস গোটাই লৈ কঁপি থকা হাতটোৰে বৌয়েকৰ হাতত ধৰিলে। লগে লগে বৌয়েকৰ মুখৰ পৰা এটা চিঞৰৰ দৰে ওলাই আহিল, "বাপু!"

আবেগ আৰু উত্তেজনাত গোপীৰ মুখখন ৰঙা পৰি উঠিল। সি কম্পিত স্বৰে ক'লে, "নবৌ তোমাৰ এই দশা মই আৰু কোনোমতেই চাই থাকিব নোৱাৰো!"বৌয়েকে তেওঁৰ দেওৰেকক বৰ ভালকৈ জানিছিল। তাৰ একেষাৰ কথাতে আৰু কথাষাৰ কোৱাৰ ধৰণতে

তেওঁ তাৰ সকলো মনৰ কথা জানি গ'ল। লগে লগে তেওঁৰ মৰুময় জীৱনত অকনমান কিৰণ উদ্ভাসিত হৈ খন্তেকৰ পিচতে আকৌ অদৃশ্য হ'ল। তাই কান্দি কান্দি ক'লে, "মোৰ কপালত তাকেই লিখা আছিল, বাপু!" কৈ তেওঁ কান্দোন বন্ধ কৰিবলৈ দাঁতেৰে ওঁঠখন চেপি ধৰিলে।

"মই কপালত কি লিখা আছে একো নাজানো, নবৌ! মই মাথোন মোৰ দুখ আৰু তোমাৰ দুখৰ কথাহে জানো। কিয় আমি দুয়ো মিলি এটা সুখৰ জীৱন আৰম্ভ কৰিব নোৱাৰোনে? সকলো হেৰুওৱা দুখন অন্তৰৰ মিলনত এখন সুখৰ সংসাৰ গঢ়ি উঠিব নোৱাৰেনে?" কৈ গোপীয়ে অতি আগ্ৰহ ভৰা দৃষ্টিৰে বৌয়েকৰ পিনে চাই থাকিল।

বৌয়েকে এটা হুমুনিয়াহ কাঢ়িলে। পিচ মূহূৰ্ত্ততে আশা আৰু নিৰাশাৰ সংঘৰ্ষত তেওঁৰ মুখখন বেদনাদায়ক আৰু কৰুণ হৈ উঠিল। তেওঁ ক'লে, " এনেকুৱা কেতিয়াও আগতে হোৱা নাই.... বাপু, এনেকুৱা জানো ...."

"এনেকুৱা আগতে হোৱা নাই বুলি ভৱিষ্যতেও যে হব নোৱাৰিব সেই কথা মই কেতিয়াও নামানো, নবৌ। মই মাত্ৰ এইটোৱেই জানো আৰু অনেক ভাৱি চিন্তি দেখিলো যে ইয়াৰ বাহিৰে মোৰ আৰু তোমাৰ কাৰণে আন কোনো পথ নাই। মই তোমাৰ এই অৱস্থা দেখি থাকিলে গোটেই জীৱনত এক তিলো শান্তি নাপাম।" গোপীয়ে তাৰ অন্তৰৰ কথা স্পষ্টভাৱে কৈ তলমূৰ কৰিলে।

দেওৰেকৰ অন্তৰৰ কথা, তাইৰ প্ৰতি গোপীৰ স্নেহ আৰু ভাল পোৱাৰ কথা বৌয়েকে নজনা নহয়। তাইৰ স্বামীৰ মৃত্যুৰ পাঁচ বছৰৰ পিচত দেওৰেকৰ লগত এটা নতুন জীৱন আৰম্ভ কৰাৰ এটা খীন আশাই ভুমুকি মাৰি মাজে সময়ে তাইক অপাৰ আনন্দ দিয়াৰ কথাও তাই জানে কিন্তু বৌয়েক হিচাপে গোপীৰ প্ৰতি তাৰ বায়েকৰ নিচিনা আগৰ যি মৰম আৰু স্নেহ আছিল, নিজৰ স্বাৰ্থৰ কাৰণে সকলো জলাঞ্জলি দি তাৰ লগত এখন নতুন সংসাৰ পতাৰ দুৰ্ব্বলতাৰ কথা প্ৰকাশ কৰিবলৈ তাইৰ ইচ্ছা নগ'ল। তাই ক'লে, " আমাৰ সমাজ, আমাৰ বংশ পৰিয়াল আৰু আমাৰ মা-দেউতাই এনে হবলৈ কেতিয়াও নিদিব, বাপু!"

"নবৌ, এই সকলোবোৰ তুমি মোৰ ওপৰত এৰি দিয়া। মই মাত্ৰ জানিব খোজোঁ, মই যিটো পথ বাছি লৈছো, তুমি মোৰ সেই পথৰ লগৰী হ'বানে নোহোৱা।" কৈ গোপীয়ে বৌয়েকৰ হাত খনত হেঁচা দি তাৰ গোটেই কলিজাটো চকুলৈ টানি আনি বৌয়েকলৈ এনে দৃষ্টিৰে চালে যেন বৌয়েকৰ উত্তৰটোৰ ওপৰতেই দুয়োৰে জীৱন নিৰ্ভৰ কৰিছে।

বৌয়েকৰ ওঁঠ দুখন কঁপি উঠিল। তেওঁৰ মনৰ কথা ওঁঠৰ ওচৰলৈকে আহি তাতে ৰৈ গ'ল, সকলো সাহস গোটাই লৈয়ো বৌয়েকে মনৰ কথাটো প্ৰকাশ কৰিব নোৱাৰিলে, প্ৰবল ধুমুহাত বিধ্বস্ত হোৱাৰ পিচত ৰিব্‌ৰিব্‌কৈ বোৱা এচাটি বতাহে মন প্ৰাণ শাঁত কৰিলেও

সেই তৃপ্তি আৰু সুখৰ কথা প্ৰকাশ কৰিব নোৱাৰিলে। গোপীৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি তাৰ বৌয়েকে মৌন হৈ তলমূৰ কৰিলে আৰু সেই মৌনতাৰ পৰাই গোপীয়ে তাৰ প্ৰশ্নৰ সকলো উত্তৰ পাই গ'ল। সি আনন্দত অধীৰ হ'ল আৰু তাৰ ইচ্ছা গ'ল যেন বৌয়েকক টানি আনি তাৰ বুকুৰ মাজত সুমুৱাই ল'ব। কিন্তু সি নিজকে সংযত কৰিবলৈ বৌয়েকৰ হাতটো এৰি দিলে আৰু লৰালৰিকৈ কোঠাৰ পৰা ওলাই গ'ল।

আবেগত বিহ্বল হৈ গোপীৰ বৌয়েকে গোঁসাই ঘৰৰ মূৰ্ত্তিৰ চৰণত পৰি কান্দি কান্দি ক'লে, "প্ৰভু! ইওকি সম্ভৱ? তুমি সকলো দেখিছা, কোঁৱা প্ৰভু! মোৰ স্বপ্ন পূৰা হ'বনে?"

* * *

গোপী মাক আৰু দেউতাকৰ ওচৰলৈ গ'ল। তাক দেখি দেউতাকে সুধিলে, "বোপাই, ধান কাটিবলৈ আৰু কিমান বাকী আছে?"

"আজি শেষ হ'ল দেউতা। মই পথাৰৰ পৰা আহিছো।"

"ভাল কথা। এতিয়া হাত-মুখ ধুই ল, বৌয়েৰে ভাত ৰান্ধি থৈছে, গৰমে গৰমে খাই লগৈ। গোটেই দিনটো কাম কৰি তোৰ নিশ্চয় ভাগৰ লাগিছে।"

"দেউতা!" গোপীয়ে গম্ভীৰ স্বৰে মাতিলে।

"কি? কিবা কবিনে কি?" দেউতাকে সুধিলে।

"দেউতা, মই ঘৰ পাতিম।"

"বৰ ভাল কথা, বোপাই। তোৰ মুখৰ পৰা এই কথাযাৰ শুনিবলৈকে তো আমি সদায় আশা কৰি আছিলো। ছোৱালীৰ অভাৱ নাই। কিমান মানুহ আহি ঘূৰি গ'ল। খবৰ পালেই আকৌ আহিব। এৰা, মটৰু এই পিনে কেইবা মাহো হ'ল অহা নাই। কৈছিল তেওঁ তোৰ কাৰণে ছোৱালী বিচাৰি দিব। পাহৰিলে বোধকৰো। আজি কালি খেতিয়ক মানুহবোৰ পথাৰৰ কামত ব্যস্ত হৈ থাকে, আনৰ কথা চিন্তা কৰিবলৈ সময় ক'ত? যি নহওক, সকলো ঠিক হৈ যাব। তই একো চিন্তা কৰিব নেলাগে।" তাৰ পিচত বুঢ়াই ঘৈণীয়েকলৈ চাই ক'লে, " পথাৰৰ ধান যেতিয়া ঘৰলৈ আহে, খেতিৰ কাম শেষ হোৱাৰ পিচত খেতিয়কৰ মনটোও পথাৰৰ পৰা ঘৰলৈ আহে! কি কোঁৱা গোপীৰ মাক?" কৈ বুঢ়াই এটা তৃপ্তিৰ হাঁহি মাৰিলে।

অনেক দিনৰ পিচত বুঢ়ীৰ সোলা মুখখনত হাঁহি দেখা গ'ল। বুঢ়ীয়ে মনৰ আনন্দত আঁচলেৰে ওচৰতে বহি থকা চেনেহৰ পুতেকৰ মুখত থকা ধূলি মাকতিবোৰ গুচাই দিলে আৰু ক'লে, "গোপীৰ দেউতাক, পো-বোৱাৰীয়ে ঘৰখন শুৱনি নকৰিলে আৰু কোনে কৰিব?" কৈ বুঢ়ীয়ে খিক্ খিক্ কৈ হাঁহিবলৈ ধৰিলে আৰু বুঢ়ায়ো হো হো কৈ হাঁহি বুঢ়ীৰ হাঁহিত যোগ দিলে।

"কিন্তু দেউতা ...." মূৰটো তললৈ কৰি গোপীয়ে ক'লে।

"বোপাই, তই একো চিন্তা নকৰিবি! সকলো ঠিক হৈ যাব। মোৰ পৰিয়ালৰ লগত সম্বন্ধ পতা অনেক ভাল পৰিয়াল ওলাব। মাজতে অনেক দুখ গ'ল যদিও মোৰ পৰিয়ালৰ মান সন্মান আগৰ নিচিনাকৈ আছে। যি ক্ষতি হ'ল, তোৰ নিচিনা লায়ক ল'ৰা এটাৰ সেই ক্ষতি পূৰা কৰিবলৈ কিমান দিন লাগিব? কি কোঁৱা গোপীৰ মাক?"

"নহয়নো কি? মোৰ ল'ৰা আছে যেতিয়া ঘৰখন আকৌ আগৰ নিচিনা হ'ব। হে, ঈশ্বৰ!" কৈ বুঢ়ীয়ে ওপৰলৈ হাত দুটা তুলি ঈশ্বৰক প্ৰণাম কৰিলে।

"কিন্তু, দেউতা," সেপ গিলি শুকান গলটো তিয়াই গোপীয়ে ক'লে, "মই ..... মই ..... ঘৰ পাতিবলৈ আন ছোৱালী নানো। মই স্থিৰ কৰিছোঁ নবৌক....... "

"কি?" খঙত বুঢ়াই এনেভাৱে চিঞঁৰ মাৰিলে যেন তেওঁৰ চকু দুটা ওলাই গ'ল। মাক যেন গোট মাৰি শিল হ'ল। বুঢ়াৰ মুখখন আৰু চকুদুটা যেন আগতকৈ অস্বাভাৱিক ভাৱে ডাঙৰ হ'ল। বাপেকে গৰ্জি উঠিল, "মই জীয়াই থাকোতে তই আকৌ তেনে কথা উচ্চাৰণ কৰ, তেন্তে..... তেন্তে........ তই শুনি ল, তাই মোৰ ঘৰৰ দেৱী হ'ব পাৰে, কিন্তু মানিকৰ পত্নী হৈ থাকিব। তই যদি ...... উস্, মানিকৰ মাক....." বুলি কৈ বুঢ়াই তেওঁৰ গোটেই খিনি কথা শেষ কৰিব নোৱাৰিলে আৰু খঙত উত্তেজিত হৈ বিছনাৰ পৰা উঠি মাটিত ভৰি দিওতেই পৰি গ'ল। বুঢ়ীয়ে তুলিবলৈ চেষ্টা কৰি তুলিব নোৱাৰিলে আৰু বুঢ়াই গোপীকো তেওঁৰ গাত হাত লগাবলৈ হাক দিলে।

বুঢ়াৰ গৰ্জন শুনি ওচৰ-চুবুৰীয়া দুই এটা মানুহ লৰি আহিল। গোপীৰ বৌয়েক কিং কৰ্ত্তব্য বিমূঢ় হৈ দুৱাৰৰ আঁৰত থিয় হৈ ৰ'ল। হাত দুটাৰে মূৰটো টেপি গোপী তাৰ পৰা আঁতৰি গল।

***

গাৱঁৰ সকলো মানুহে জানে যে গোপী আৰু তাৰ বিধৱা বৌয়েক মাক-বাপেকৰ চকুৰ মনি। বুঢ়াই মানুহক কয় " তাই মোৰ ঘৰৰ লক্ষ্মী। বিধৱা হ'ল কি হ'ল, তাই মোক জীয়াই ৰাখিছে। তাইৰ সেৱা শুশ্ৰূষাৰ ঋণ মই এই জীৱনত পৰিশোধ কৰিব নোৱাৰিম। এই জনমত তাই মোৰ জী আৰু অহা জনমত মই তাইৰ জী হৈ সেৱা শুশ্ৰূষা কৰি এই জনমৰ ঋণ পৰিশোধ কৰিম।" আৰু মাকে? " মই তাইক মোৰ চকুৰ মনিৰ নিচিনাকৈ ৰাখিম। মোৰ কাৰণে তায়েই মোৰ ল'ৰা মানিক। মোৰ ডাঙৰ বোৱাৰী এদিন ঘৰখনৰ গৰাকিনী হ'ব। তাইক্ তুলসীৰ নিচিনাকৈ সকলোৱে শ্ৰদ্ধা কৰিব!" কিন্তু এতিয়া যদি কোনোবাই গোপীক সোধে তাৰ মাক-দেউতা তাৰ কোন, সি উত্তৰ দিব তেওঁলোকে তাক আগতেই জ্বলাই ভস্ম নকৰিলে কিয়? তেওঁলোকে নবৌক নজ্বলালে কিয়? তেতিয়া হ'লে সকলো আপদ শেষ হ'লহেতেন আৰু সংসাৰত মাত্ৰ তাৰ মাক দেউতাক জীয়াই

থাকি ভোগ কৰিলেহেঁতেন।

গোপীৰ অন্তৰে হাহাকাৰ কৰি উঠিল আৰু সি সন্মুখত অন্ধকাৰৰ বাহিৰে আন একোৱেই দেখা নাপালে। কিন্তু এবাৰ তাৰ মনলৈ আহিল মাক দেউতাকে নজনাকৈ নবৌয়েকক লৈ সি ঘৰৰ পৰা পলাই যাব। কিন্তু তাৰ সাহ নহ'ল, তাৰ বিবেকে নক'লে। মাক-দেউতাকৰ বুকুৰ ওপৰত ভৰি দি সি কেনেকৈ, যাব? মাক দেউতাকৰ সি বৰ মৰমৰ ল'ৰা আছিল আৰু ভাবিছিল তেওঁলোকে তাৰ মনৰ কথা বুজিব আৰু তাৰ সুখৰ কথা চিন্তা কৰিব। কিন্তু কোনে জানিছিল যে তেওঁলোক তাৰ সুখৰ প্ৰতিবন্ধক হ'ব?

ক্ৰোধ আৰু হতাশাত গোপী উন্মাদৰ নিচিনা হ'ল আৰু ঘৰৰ পৰা বাহিৰ হৈ গ'ল। তাৰ ভয় হ'ল জানোচা সি সঁচাকৈয়ে উত্তেজনাত কিবা এটা কৰি পেলায়।

তাৰ মনৰ সকলো আশা চূৰমাৰ হ'ল। ইমান দিনে তাৰ বিবেকৰ লগত যুঁজ কৰি শেহত তাৰ লগত মিটমাট কৰি যি এটা সিদ্ধান্ত গ্ৰহণ কৰিছিল, সিও ব্যৰ্থ হৈ গ'ল। দেউতাকৰ এষাৰ কথাই তাৰ মনে সজা অট্টালিকাটো ভাঙি চূৰমাৰ কৰিলে, এটা নতুন বাটেদি গৈ তাৰ লক্ষ্য স্থানত উপনীত হ'বলৈ অলপ দূৰ থাকোতেই তাৰ ভৰিত প্ৰহাৰ কৰি বিকল কৰিলে। এতিয়া তাৰ মনত যিমান বেচি দুখ তাতকৈ বেচি ক্ৰোধ তাৰ মাক দেউতাকৰ ওপৰত। বাহিৰত ৰং চং ভিতৰত কোৰা ভাতুৰীৰ নিচিনা অৰ্থহীন, ফোঁপোলা পৰিয়ালৰ ৰীতি আৰু জাতি-কুলৰ এটা মিথ্যা মৰ্য্যাদাৰ দাম্ভিক পূজাৰী তাৰ মাক দেউতাকে তেওঁলোকৰ বলিশালত এপাহ ফুলৰ নিচিনা কোমল, হৰিণীৰ নিচিনা নিৰীহ, ৰোগীৰ নিচিনা দুৰ্ব্বল, আত্ম ৰক্ষাৰ কাৰণে অক্ষম, বন্দীৰ নিচিনা পৰাধীন আৰু পুৱাৰ শেষ তৰাটোৰ নিচিনা অকলশৰীয়া এজনী যুৱতীক জোৰ কৰি বলি দিবলৈ ধৰিছে। এনে নিষ্ঠুৰ, নিৰ্দ্দয় আৰু জঘন্য দৃশ্য সি কেনেকৈ চাই থাকিব?

গোপী তাৰ ডাঙৰ পথাৰখনত ৰাতি ইফালৰ পৰা সিফাললৈ গৈ উন্মাদৰ দৰে কেইবাঘন্টাও ঘূৰি ফুৰিলে। হঠাৎ তাৰ মনত খেলি গ'ল-মটৰুৱেই তাৰ একমাত্ৰ হিতাকাঙ্খী যাৰ কোলাত মূৰটো থৈ সি মনত শান্তি পাব, এই ডাঙৰ সংকটৰ পৰা তেৱেঁই তাক ৰক্ষা কৰিব পাৰিব। সি আগতেই বৌয়েকৰ সন্মতি পাই থৈছে। সি ভাবিলে তেতিয়াই সি মটৰুৰ ওচৰলৈ দৌৰি যাব কিন্তু পিচ মূহুৰ্ত্ততে, সি ঘৰত নথকাৰ সময়ত তাৰ মাক দেউতাকে বৌয়েকৰ ওপৰত অতি বেয়া ব্যৱহাৰ কৰিব পাৰে বুলি সন্দেহ কৰি মটৰুৰ ওচৰলৈ যোৱাৰ ধাৰণাটো বাদ দিলে আৰু ঘৰৰ পিনে খোজ ল'লে।

ঘোৰ অন্ধকাৰ, যেন সেই বিকট অন্ধকাৰে সকলোকে গ্ৰাস কৰিবলৈ মুখ মেলি আছে।

ঘৰ পাই কোনেও গম নোপোৱাকৈ সি নিজৰ কোঠাত সোমাবলৈ যাওঁতেই তাৰ মাকৰ তীক্ষ্ণ স্বৰ কাণত পৰিল। আঘাত পোৱা বাঘিণীৰ নিচিনাকৈ মাকে গৰ্জন কৰিছিল, " শাঁকিনী, কুলক্ষণী, দেওৰৰ মন ভুলাবলৈ তোৰ লাজ নালাগিলনে? মই তোক সাবিত্ৰীৰ

নিচিনা এজনী সতী বোৱাৰী বুলি ভাবিছিলো কিন্তু মোৰ সেই ধাৰণা একেবাৰে ভুল আছিল। তোৰ পূজা-পাঠ, ধ্যান-ভক্তি আৰু সেৱা শুশ্ৰূষাবোৰ যে তই আমাৰ আৰু পৰিয়ালৰ নাক কাটিবলৈ কৰিছিলি কোনে জানিছিল? ডইনী, দেওৰৰ মন ভুলোৱা এই পপীয়া কামটো কৰিবলৈ তোৰ লাজ নালাগিলনে? তোৰ যদি এনে অসৎ উদ্দেশ্য আছিল, কোনোবা এটা দুশ্চৰিত্ৰ মানুহৰ লগত কেতিয়াবাই পলাই নগলি কিয়? কিয় তই মোৰ ল'ৰাক মোহ জালত পেলাবলৈ বৈ আছিলি? তাক ছোৱালী দিবলৈ কিমান মানুহ আহিছিল আৰু সি তোৰ ফুচুলনিত সকলোকে খেদাই দিলে। আমি কেনেকৈ জানো যে তই ভিতৰে ভিতৰে লাজ নাইকিয়া নাটক কৰিবি? তোৰ ভাগ্য ভাল যে বুঢ়া বিছনাৰ পৰা উঠিব নোৱাৰে, নহ'লে তোক কাটি টুকুৰা টুকুৰ কৰি দলিয়াই পেলালে হেঁতেন। কুলৰ কলঙ্কনী, মৰতী, যা ক'ৰবাত ডুবি মৰগৈ! ...."

তাৰ পিচৰ কথাবোৰ শুনিবৰ শক্তি গোপীৰ নহ'ল। সি মূৰত দাৰুণ ব্যথা অনুভৱ কৰিলে। তাৰ মনত এনেভাৱ হ'ল যদি সি তাত আৰু এটা ক্ষণও থাকে, সি এনে এটা ভীষণ কাম কৰিব যাৰ পৰিণতি অতি ভয়ংকৰ হ'ব। সি তাৰপৰা ঢলং পলংকৈ ঘৰৰ পক কুৱাটোৰ ওচৰলৈ গৈ তাৰ পকাত মূৰটো মাৰি কুৱাৰ পাৰতে অচেতন হৈ পৰি গ'ল।

* * *

তাইক কোৱা দূৰৰ কথা, গোপীৰ বৌয়েকে তেনে ঘৃনণীয় কথা কেতিয়াও কাকো কোৱা শুনা নাছিল। শাহুৱেকৰ সেই কথাবোৰ শুনি তাইৰ এনেকুৱা লাগিল যেন তাইৰ আগত মৃত্যুৱে তাণ্ডৱ নৃত্য কৰিছে আৰু মৃত্যুক বৰণ কৰাৰ বাহিৰে তাইৰ অন্য উপায় নাই। তাইৰ প্ৰতি মাক বাপেক, ককায়েক আৰু ভনীয়েকৰ স্নেহ মানিকৰ ভালপোৱা, শহুৰ-শাহু আৰু দেওৰেকৰ মৰম অফুৰন্ত আছিল। বিধৱা হোৱাৰ পিচত তাই কেতিয়াবা শাহুৱেকৰ বকনি শুনিছিল কিন্তু আজি যিবোৰ কথা শুনিলে তাৰ সুযোগ তাই কেতিয়াও কাকো দিয়া নাছিল আৰু তেনে পৰিস্থিতিৰ উদ্ভৱো হোৱা নাছিল। আজিও তাইৰ কোনো দোষ নাছিল আৰু অনাহকতে তাই ইমানবোৰ কটু আৰু অশিষ্ট কথা শুনিব লগা হ'ল। তাইৰ আঘাত লগা অন্তৰ খনে হাহাকাৰ কৰি উঠিল। তাইক অতৰ্কিতে তেনেভাৱে আক্ৰমণ কৰাত তাই ইমান বিচূৰ্ত্তি হ'ল যে তাইৰ মুখৰ পৰা এটা কথাও নোলাল আৰু তাই কান্দিবও নোৱাৰিলে। তাইৰ মূৰটো ঘূৰাবলৈ ধৰিলে, মূৰত অসহ্য ব্যথা হ'ল আৰু তাই নিজকে প্ৰাণহীন যেন অনুভৱ কৰিলে। য'ত চেতনা আৰু অচৈতন্যৰ মিলন হয়, সেই পৰিস্থিতিত তাই এটা নিৰ্জীৱ মূৰ্ত্তিৰ দৰে বহি পৰিল। শাহুৱেকে তাইক বকি থাকিল কিন্তু বুঢ়ীৰ কোনো কথাই তাইৰ কাণত প্ৰৱেশ নকৰিলে, এটা কথাও তাইৰ বোধগম্য নহ'ল, মাত্ৰ এষাৰ কথাই কাণত প্ৰতিধ্বনি কৰি থাকিল 'যা ক'ৰবাত ডুবি মৰগৈ, মৰতী, কলঙ্কিনী, মোৰ চকুৰ আগত নাথাকিবি!'

বিধৱা হোৱাৰ পিচত আগতেও তাইৰ মনলৈ মৰাৰ কথা আহিছিল কিন্তু এটা আশাই তাইক বাধা দিছিল। সেই আশাটো অসম্ভৱ আছিল কিন্তু তথাপিও এটা আশা আছিল। কিন্তু আজি ? আজি সেই আশাও নাইকীয়া হ'ল। যিটো তৰালৈ চাই আজি পৰ্য্যন্ত তাই জীয়াই আছে সেই তৰাটোও আকাশৰ পৰা খহি পৰিল। এতিয়া তাইৰ সম্মুখত মাত্ৰ অন্ধকাৰ, ঘোৰ অন্ধকাৰ, নিবিড় কঠোৰ আৰু ভয়ঙ্কৰ।

বকি বকি শাহুৱেক ভাগৰি পৰি খাট খনতে শুই পৰিল। খণ্ডত বুঢ়ীয়ে নিজৰ আৰু বুঢ়াৰ খোৱা-বোৱা, বুঢ়াক ঔষধ খুওৱা, পুতেকৰ খা-খবৰ লোৱা আৰু আনকি ঘৰৰ বাহিৰৰ দুৱাৰখন বন্ধ কৰাৰ ওপৰতো গুৰুত্ব নিদিলে।

লাহে লাহে অন্ধকাৰ গভীৰ হ'বলৈ ধৰিলে, এটা অস্বাভাৱিক নিৰ্জনতাই যেন চাৰিও পিনৰ পৰিবেশটোক লাহে লাহে গ্ৰাস কৰিবলৈ ধৰিলে। ভয়াবহ নীৰৱতা, সেই নীৰৱতাত গাৰ নোমবোৰ থিয় হয়, মনলৈ ভয় আৰু আতঙ্ক আহে, উশাহ নিশাহ বন্ধ হ'বৰ উপক্ৰম হয়।

অন্ধকাৰ পূৰ্ণ অতলত ডুবি থকা গোপীৰ বৌয়েকৰ চেতনাত এটা আলোড়নৰ সৃষ্টি হ'ল, তাই ৰাগী লগা মানুহৰ নিচিনাকৈ থিয় হ'ল আৰু অলপপৰ ৰৈ ঢলংপলংকৈ কুৰাঁটোৰ পিনে খোজ ল'লে। তাইৰ গাত হুঁচ নাছিল আৰু কি কৰিবলৈ ওলাইছে তাকো জনা নাছিল।

কুৰাঁটোৰ পকা ঘেৰটোত এটা সৰু চিড়ি আছিল আৰু তাই কুৰাঁটোৰ ওচৰ পাই চিড়িটোৰ এটা খাপত ভৰি দিওঁতেই কুৰাঁটোৰ আনপিনে বহি থকা গোপীয়ে চিঞৰি উঠিল "কোন ?"

ইমানপৰে অচেতন হৈ থকা গোপীৰ হঠাতে চেতনা আহিল আৰু লৰমাৰি গৈ বৌয়েকৰ হাতত ধৰিলে আৰু ক'লে, "নবৌ ! তুমি ?"

বৌয়েকৰ প্ৰায় অচেতন দেহটো গোপীয়ে সাবটমাৰি ধৰিলে। মুহূৰ্ত্তৰ ভিতৰতে সি তাৰ কৰ্ত্তব্য স্থিৰ কৰিলে। সি তাৰ বৌয়েকক হাতত ধৰি পদূলি মূৰলৈ আহিল আৰু তাৰ পিচত গাৱঁৰ ৰাস্তাটোৱেদি নগৈ পথাৰৰ ৰাস্তাটোৱেদি দুয়ো আন্ধাৰত বিলীন হৈ গ'ল। সেই সময়ত গোপীৰ মনত মাত্ৰ এটা চিন্তাই আছিল যিমান সোনকালে পৰা যায় সি তাৰ বৌয়েকক সেই ঘৰখনৰ পৰা বাহিৰ কৰি আন ক'ৰবালৈ লৈ যাব।

## চৈধ্য

ৰাতিপুৱাবলৈ নৌ পাওঁতেই গোপী অকলে ঘৰলৈ ঘূৰি আহিল আৰু সন্তৰ্পণে নিজৰ

কোঠাত সোমাই বিছনাত পৰি নিজকে স্থিৰ আৰু স্বাভাৱিক কৰিবলৈ চেষ্টা কৰিলে। এনেতে সি মাকৰ কান্দোন শুনিবলৈ পালে? ‘হে ঈশ্বৰ! তুমি কি কৰিলা? ডাঙৰ বোৱাৰী ঘৰত নাই, তুমি তাইক কলৈ নিলা?”

মাকৰ কান্দোনে গোপীৰ মনত একো প্ৰতিক্ৰিয়া নকৰিলে। সি টোপনিৰ ভাও ধৰি আগৰ দৰেই চকু দুটা মুদি বিছনাত পৰি থাকিল।

লাহে লাহে ওচৰ চুবুৰীয়া মানুহবোৰ আহিল। মানুহবোৰ অহাত গোপী বিছনাৰ পৰা উঠিল কিন্তু এটা কথাও তাৰ মুখৰ পৰা নোলাল। সি গম্ভীৰ মনে নিমাত হৈ থাকিল। মানুহবোৰেও একো উচ্চবাচ্য নকৰিলে। আৰু চুবুৰীটোৰ সন্মান ৰাখিবলৈ সেই বেয়া কথাটো যাতে বাহিৰৰ মানুহে নাজানে তাৰ বাবে সতৰ্কতা অৱলম্বন কৰিবলৈ সকলোৱে স্থিৰ কৰিলে।

কিন্তু ইমান ডাঙৰ কথাটো গোপন কৰি ৰখা সম্ভৱ নাছিল, তদুপৰি এনেধৰণৰ বাতৰি প্ৰচাৰ কৰি আনন্দ পোৱা মানুহৰ অভাৱ নোহোৱাত অলপ পিচতে কথাটো পুলিচৰ কাণত পৰিল আৰু লগে লগে দাৰোগা আহি গোপীহঁতৰ ঘৰত উপস্থিত হ’ল।

ঘটনাটো তদন্ত কৰি দাৰোগা গুচি গ’ল। গোপী চিন্তা সাগৰত ডুব মাৰি চুপ-চাপ বহি থাকিল। মাকৰ কান্দোন শুনি তাৰ মনে মনে খং উঠিল আৰু কন্দাৰ কাৰণটো কি হ’ব পাৰে সি ভাবি উলিয়াব নোৱাৰি অভিনয় বুলিয়েই ধৰি ললে। তাৰ মাকেইতো বৌয়েকক পানীত ডুবি মৰিবলৈ কৈছিল। গতিকে এতিয়া অভিনয় কিয়? তাৰ ইচ্ছা হ’ল সি যেন মাকক খঙেৰে কয়,“এতিয়াতো পৰিয়ালৰ নাকটো বাছি গ’ল। এতিয়া তোমালোকৰ আনন্দ কৰাৰ সময় আৰু নিজৰ কুলৰ মৰ্য্যাদাক ঢোল বজাই ঘোষণা কৰাৰ সময়। গতিকে কিহৰ কাৰণে দুখ?” দেউতাককো তাৰ ক’বৰ ইচ্ছা গ’ল। “এতিয়াতো পৰিয়ালৰ সন্মান আৰু বাঢ়ি গ’ল নহয়জানো? এতিয়া তোমাৰ কলিজা নিশ্চয় শাঁত পৰিছে। কিন্তু দেউতা, তোমক এটা সত্য কথা কৈ দিছো এজনী নিৰ্দোষ আৰু নিৰীহ ছোৱালীক বধ কৰা পাপৰ পৰা তুমি নিস্তাৰ নোপোৱা। এতিয়া তুমি তোমাৰ পৰিয়ালটোৰ মান-মৰ্য্যাদাক মালা হিচাপে ডিঙিত পিন্ধি থাকা আৰু ৰীতি-নীতিৰ মালা জপ কৰি থাকা।”

কিন্তু ৰাতিৰ ঘটনাটোৱে তৰ মনত বৰকৈ প্ৰভাৱ বিস্তাৰ কৰাত সেইবোৰ কথা কোৱাৰ ইচ্ছা সি মনৰ পৰা বাদ দিলে। তদুপৰি সি দকৈ চিন্তা কৰি অনুভৱ কৰিলে বৌয়েকৰ ওচৰত তাৰ মাক-দেউতাক যিমান অপৰাধী, সিও তেওঁলোকতকৈ কম অপৰাধী নহয় কাৰণ সেই কামটোত তাৰ মাক দেউতাৰ যিমান হাত আছিল তাৰো সিমান হাত আছিল। যদি সি সাহ কৰি মাক-দেউতাকক বুজাই, সন্মত কৰাই বৌয়েকৰ পাণি গ্ৰহণ কৰিলেহেতেন, তেওঁ এনেভাৱে সন্তৰ্পনে ঘৰ এৰি কেতিয়াও লগ’লহেতেন।

আজি আকৌ গোপীৰ মনত সেই আগৰ প্ৰশ্নবোৰ উদয় হ’ল, “ সঁচাকৈয়ে সিহঁতৰ সমাজত এজনী বিধবাক তেওঁৰ স্বামীৰ চিতাগ্নিত পুৰি ছাই হোৱাৰ আগতে স্পৰ্শ কৰাৰ

অধিকাৰ কাৰো নাইনে? যদি তাৰ বৌয়েক পুৰি ছাই হৈ যোৱাৰ আগতে সি তাইক ৰক্ষা কৰে, সেই অপৰাধৰ কাৰণে সমাজে তাক ক্ষমা কৰিবনে? যদি নকৰে কি শাস্তি বিহিব? সমাজৰ পৰা বহিষ্কাৰ? আত্মীয় স্বজনৰ লগত সম্বন্ধ ছেদ? পিতৃ-মাতৃৰ ত্যাজ্য পুত্ৰ? যদি সেয়ে হয়, সেই লৈ তথাকথিত পাপৰ কাৰণে কৰা প্ৰায়শ্চিত্বতকৈ এজনী নিৰীহ আৰু নিৰ্দোষ যুৱতীক ধ্বংশৰ পৰা ৰক্ষা কৰাৰ পুণ্যৰ মূল্য অনেক বেছি নহবনে? আৰু সি যি কাম কৰিবলৈ ওলাইছে, সেই কামটো ভুলনে?"

গোপীৰ সেই সকলো প্ৰশ্নৰ উত্তৰ তাক যেন কোনোবাই কাণে কাণে দিলে,"তুমি কৰিবলৈ ওলোৱা কামটো নিশ্চয় ভুল কাম নহয়। যুগ যুগ ধৰি বিধবা সকলৰ তেজ পান কৰি সমাজত যি ৰীতি-নীতিয়ে ভয়ংকৰ ৰূপ ধাৰণ কৰিছে তোমাৰ দৰে সাহসী যুৱক সকলে সেই ৰাক্ষসক বধ কৰিব লাগিব আৰু অটব্য অৰণ্য মুকলি কৰি তাৰ মাজেদি এটা সুগম আৰু সুন্দৰ নতুন পথ নিৰ্মান কৰিব লাগিব। কামটো কৰোঁতে তুমি অনেক বাধা -বিধিনি আৰু প্ৰতিবন্ধকৰ সন্মুখীন হবা কিন্তু সাহস আৰু নিৰ্ভিকতাৰে সেই বাধা-বিধিনি আৰু প্ৰতিবন্ধকবোৰক মষিমূৰ কৰিব লাগিব।"

জীৱনত কেতিয়াও হাৰ নমনা গোপীৰ এনে অনুভৱ হ'ল এইটো তাৰ সাহস আৰু বলৰ দ্বিতীয় পৰীক্ষা। যদি সি পৰীক্ষাত হাৰি যায় তাৰ বৌয়েক পুৰি ছাই হৈ যাব। তাৰ বল আৰু সাহসৰ প্ৰথম পৰীক্ষা আছিল জোখুৰ লগত। সি অনুভৱ কৰিলে আজি আকৌ সেই তেজ তাৰ ধমনীত ববলৈ আৰম্ভ কৰিছে - যাৰ শক্তিৰ আগত কোনো তন্তিব নোৱাৰিব।

***

কুৰাঁটোৰ গোটেই পানীখিনি তোলা হ'ল কিন্তু একো নাপালে। গতিকে মানুহে নানা কথা আলেচনা কৰিলে । মাইকী মানুহবোৰে গোপীৰ বৌয়েকক নানা কথাৰে তিৰস্কাৰ কৰিলে । বুঢ়াবিলাকে যুগটোক দোষ দিলে, ডেকাবোৰে নানা মজাৰ গল্প বাহিৰ কৰিলে। কিন্তু গোপীৰ সমুখত এটা কথাও উচ্চাৰণ কৰিবৰ সাহ কাৰো নহ'ল । পিছে, মানুহে নিজে গাত লোৱা চাদৰখনৰ ফুটাটো লুকুৱাই আনৰ গাৰ চাদৰখনৰ ফুটাত আঙুলি সুমুৱাই কিমান দিনলৈকে বহল কৰিব পাৰে? পানীলৈ দলি মাৰিলে যি আলোড়ণ হয় সেই আলোড়ণ কিমান পৰ থাকিব পাৰে?

দিন পাৰ হৈ যাবলৈ ধৰিলে আৰু জগতখন আগৰ নিচিনাকৈয়ে চলি থাকিল । এদিন মটৰু গোপীহঁতৰ গাৱঁলৈ আহিল । সন্ধিয়াপৰত সি তাৰ গাঁৱৰ পৰা ৰাওণা হৈছিল । আৰু গোপীহঁতৰ ঘৰ পাওঁতে বেচ ৰাতি হ'ল। মটৰুপোণে পোণে গোপীৰ দেউতাক শুই থকা কোঠাটোলৈ গ'ল আৰু সি দুৱাৰত টকটকালে ।

"কোন?" বুঢ়া উৎসুক দৃষ্টিৰে দুৱাৰখনৰ পিনে চাই মাত লগালে ।

"দদাইদেউ, মই মটৰু ।" কৈয়েই সি দুৱাৰখন ঠেলি সোমাই আহিল।

"বোপাই, অনেক দিনৰ পিচত আহিলা। তোমাৰ ভালনে?" বুঢ়াই সুধিলে।

"ভাল, দদাইদেউ! খেতিৰ কামত লাগি থকাৰ কাৰণে আহিবলৈ সময়েই পোৱা নাছিলো আহোতে ৰাতি হ'ল, ভাবিছিলোঁ তোমালোক সকলো শুলা। কিন্তু দেখিছোঁ তুমি এতিয়াও টোপনি যোৱা নাই।"

বুঢ়াই হুমুনিয়াহ এটা কাঢ়ি কলে, "মোৰ টোপনি ক'ত, বোপাই। ডাঙৰ বোৱাৰী যোৱাৰ দিনাই মোৰ টোপনিও তাইৰ লগতে গ'ল - এতিয়া মোক কোনে সেৱা-শুশ্রূষা কৰিব? বুঢ়ীক তিনিবাৰ চিঞৰি মাতিলেহে মোৰ ওচৰলৈ আহে। ঈশ্বৰে মোক সোনকালেই যেন তেওঁৰ ওচৰলৈ লৈ যায় তাকেই তেওঁক দিনে ৰাতিয়ে খাটিছো। বহা।"

"দদাইদেউ, তুমি চিন্তা নকৰিবা, সকলো ঠিক হৈ যাব। মই ইয়ালৈ অহা নাই যদিও গোপীৰ ঘৰখন পাতিবলৈ দিনে ৰাতিয়ে চিন্তা কৰি আছোঁ। তোমাৰ ওচৰলৈ ইমান দিনে নহাৰ আন এটা কাৰণ তোমাক কথা দি এতিয়ালৈকে একো কৰিব নোৱাৰি তোমাৰ আগত কেনেকৈ মুখখন দেখুৱাওঁ? কিন্তু দদাইদেউ, নিশ্চিত হ'বা মটৰুৱে যি কথা দিয়ে সি তাক পূৰ কৰিবই। অৱশ্যে মোৰ নিজৰো কিছুমান সমস্যা আছে। মই জেলত থাকোঁতে জমিদাৰবোৰে খেতিয়কবিলাকৰ ওপৰত অনেক অন্যায় কৰিলে, তেওঁলোকে খেতি কৰা মাটিবোৰ জমিদাৰৰ নিজৰ মাটি বুলি দাবী কৰি অন্যায় ভাবে খাজনা ললে। কিন্তু মই জানো সেইবোৰ আই গঙ্গাৰ মাটি আৰু তাত জমিদাৰৰ কোনো অধিকাৰ নাই। মাটিবোৰ চৰকাৰে জৰীপ কৰিব, কিন্তু এতিয়া চাৰিওপিনে পানী আৰু সেই কাৰণে পানী শুকালেহে জৰীপৰ কাম আৰম্ভ হ'ব। তিনি চাৰিমাহমান লাগিব। মোৰ লগত কেবাখনো গাঁৱৰ খেতিয়ক সকল আছে। দদাইদেউ প্ৰাণ দিম কিন্তু জমিদাৰক তাত ভৰি দিবলৈ নিদিম। সিহঁতৰ লগত যুঁজ কেইবা বছৰো ধৰি চলিব পাৰে। কিন্তু আই গঙ্গাৰ কৃপাত আমাৰ জয় হ'ব। ন্যায় আমাৰ পক্ষত আছে। অন্যায, অত্যাচাৰ, অসৎ কাম আৰু বল প্ৰয়োগ বেচি দিন চলিব নোৱাৰে। মই আকৌ কওঁ ককাইদেউ, এতিয়া মটৰু অকলশৰীয়া নহয়। তাৰ লগত দীয়ৰ আৰু তীৰবাঙীৰ শ শ খেতিয়ক আছে। নিজৰ মৰমৰ ভুমিৰ কাৰণে প্ৰাণ দিব পৰা সকলৰ শক্তিতকৈ ভূমি কাঢ়ি নিয়া বিলাকৰ শক্তি কেতিয়াও বেচি হ'ব নোৱাৰে। দদাইদেউ, মই এই জঞ্জালবোৰত সোমাই পৰিলো নহ'লে গোপীৰ সমস্যাটোৰ সমাধান কেতিয়াবাই হ'লহেতেন। আনপিনে, আই গঙ্গাৰ পানীও ওফন্দি উঠিছে। যদি পাৰ বাগৰি যায় তাৰপৰা আমাৰ বহাবোৰ আন ঠাইলৈ নিব লাগিব। এতিয়া য'ত আছো তাৰ ওচৰতে শ শ পূৰা খেতিৰ মাটি আছে, তালৈ জমিদাৰবোৰৰ মানুহ আহি কুকুৰৰ নিচিনাকৈ মোৰ গোন্ধ শুঙি ফুৰেহি। বাৰু সেইবোৰ যাওক, এতিয়া ইয়াৰ বিষয়ে কোৱাঁ।"

"কি কম বোপাই, ঘৰৰ লক্ষ্মী ঘৰ এৰি গুচি গ'ল ..."

"সেইটো মই শুনিছো। দদাইদেউ...."

"তোমাক আৰু কি কম? ঘৰৰ লক্ষ্মী ঘৰ এৰি গুচি যোৱাত মোৰ কলিজা ফাটি

গৈছে। মই আৰু বেচি দিন জীয়াই নাথাকোঁ।" কৈ কৈ বুঢ়াই কান্দি পেলালে।

"দদাইদেউ, তুমি এনেভাবে ভাগি নপৰিবা। তোমাৰ চৰণ চুই মই প্ৰতিশ্ৰুতি দিছো, গোপীৰ কাৰণে এনে এজনী ছোৱালী আনি দিম যি জনী ছোৱালী তোমাৰ ডাঙৰ বোৱাৰীৰ স্থান ভৰাই পেলাব । তুমি একো চিন্তা নকৰিবা।"

"কিন্তু গোপী মান্তি হব লাগিব, বোপাই । মোৰ ওপৰত তাৰ বৰ খং। সি আজিকালি একো কথা নকৈ চুপ-চাপ বহি থাকে। তোমাৰ আগত কি লুকুৱাম, বোপাই, সি তাৰ বৌয়েকৰ স'তে ঘৰ কৰিবলৈ বিচাৰিছিল । কিন্তু সেইটো কেনেকৈ হ'ব পাৰে? সেইদিনা খুড়ীয়েৰাই বোৱাৰীক কেইটামান টান কথা কোৱাত তাই ঘৰ এৰি গুচি গ'ল । সেই কাৰণেই আমাৰ ওপৰত গোপীৰ বৰ খং। বোপাই, মাক-বাপেকতকৈ ল'ৰাৰ আটাইতকৈ বেচি আপোন আৰু কোনো নাই। দুটা বা তিনিটা ল'ৰা থকাহেতেন বেলেগ কথা। এতিয়া আমি তাৰ ভাৰসাতেই থাকিব লাগিব। আত্মীয়-স্বজন আৰু মিতিৰ কুটুমে আমাক নাচাব। গতিকে বোপাই তুমি তাক বুজাবা সি যেন আমাক বেয়া নাপায় । বোৱাৰীৰ কথা তোমাক আৰু কি কম? তাই মোৰ বোৱাৰী নাছিল, নিজৰ ছোৱালী আছিল । তাইৰ নিচিনাকৈ কোনে মোৰ সেৱা-শুশ্ৰূষা কৰিব পাৰিব?"

"পাৰিব দদাইদেউ, পাৰিব। মই গোপীৰ কাৰণে এনে ছোৱালীজনীয়েই আনিম যি তোমাৰ ডাঙৰ বোৱাৰীৰ নিচিনাই তোমাক সেৱা-শুশ্ৰূষা কৰিব," মটৰুৱে কথাৰ শেষত জোৰ দি কলে ।

বুঢ়াৰ মুখত হাঁহি বিৰিঙি উঠিল । তেওঁ উৎসুক হৈ সুধিলে, "তেনেকুৱা ছোৱালীৰ খবৰ ক'ৰবাত পাইছানে, বোপাই?"

"পাইছোঁ, দদাইদেউ । মোৰেই সম্পৰ্কীয় ছোৱালী। ধৰিলোৱা মোৰ খুলশালী। গণকে চোৱা চিতা কৰি ল'ৰা-ছোৱালীৰ ৰাহি আহে বুলি কৈছে। ৰূপে গুণে গোপীৰ বৌয়েকৰ নিচিনা আৰু মুখৰ চেহেৰাও তেওঁৰ নিচিনাই। ছোৱালীজনী দেখিলে তুমি ক'বা তোমাৰ ডাঙৰ বোৱাৰীয়ে অন্য ৰূপ ধাৰণ কৰি আহিল । যেতিয়া মই গোপীৰ বৌয়েকক দেখিছিলোঁ, তেতিয়া মোৰ মনত সন্দেহ গোপীৰ কাৰণে তেনেকুৱা ছোৱালী "শুন ভাইটি! এতিয়া ভাবি-গুণি মনমাৰি থকাৰ সময় নহয়। এতিয়া তোৰ বুকুত সাহ হ'ব লাগিব । কিন্তু সেইবোৰ কথা কবলৈ মই তোৰ ওচৰলৈ অহা নাই। চাওঁ, তোৰ মূৰটো মোৰ পিনে আগবঢ়াই দে চোন।"

গোপীয়ে দিওঁ নিদিওঁকৈ মূৰটো আগবঢ়াই দিলে আৰু মটৰুৱে মুখৰ ভিতৰতে ত্ৰিশ চেকেণ্ডমান কিবা মন্ত্ৰ মাতি টেমা এটাৰ পৰা চন্দন উলিয়াই গোপীৰ কপালত ফোঁট এটা দিলে। গোপীয়ে শুকান হাঁহি এটা মাৰি ক'লে, "এয়া তুমি কি ধেমালি কৰিছা, ককাইটি?"

মটৰুৱে গম্ভীৰ স্বৰে উত্তৰ দিলে। "ধেমালি? শুন গোপী মোৰ নিজৰ ভাই নাই আৰু তয়েই মোৰ চেনেহৰ ভাই । তই ভাবনে যে তোৰ ককায়েৰে তোৰ লগত এনেকুৱা

চকমকনিয়ে চকু চাট্ মাৰি ধৰিলে । আনন্দত লখনাৰ মাকৰ মুখখন উজ্জ্বল হ'ল আৰু চকুদুটা তিৰ বিৰাই উঠিল ? তেওঁ বস্তুবোৰ এটা এটাকৈ হাতেৰে তুলি চালে । মনৰ উৎসুকতা দমন কৰিব নোৱাৰি গোপীৰ বৌয়েকেও গহনাবোৰলৈ একেথিৰে চাই ৰ'ল।

খাৰু, হাৰ, মণিমালা, আঙুঠি, কাণফুল আৰু ভৰিত পিন্ধা মণিমালা । সকলো গহনা দুযোৰকৈ কিনি আনিছে। লখনাৰ মাকে গিৰিয়েকেক সুধিলে, "গহনাবোৰ দু যোৰকৈ কিয় ?"

কিয়নো মোৰ ঘৰখনত গহনা পিন্ধা দুজনী মানুহ আছে, নহয় জানো?" মটৰুৱে লগেলগে উত্তৰ দিলে।

"দাদা," গোপীৰ বৌয়েকে লগেলগে ক'লে, " মোৰ কাৰণে এইবোৰ অনালা কিয় ?"

"ভন্টি ককায়েৰৰ ঘৰৰ পৰা তই গাত গহনা নিপিন্ধাকৈ শহুৰেৰৰ ঘৰলৈ যাবিনে? মানুহে কি ক'ব আৰু ময়েই বা নাক উলিয়াম কেনেকৈ? শুন, মোৰ ছোৱালী নাই আৰু সেই কাৰণে তয়েই মোৰ ছোৱালীৰ অভাৱ পূৰা কৰিব লাগিব । তোৰ বৌয়েৰৰ কাৰণে গহণা আনিবলৈ বৌৱেৰক কিমানবাৰ সুধিছিলো কিন্তু তেওঁ মোক বাৰে বাৰে বাধা দি আছিল । এইবাৰ দিয়াৰ সুযোগেই নিদিলোঁ । গহণাবোৰ তোৰ পচন্দ হৈছেতো?"

সেই সময়তে গাঁৱৰ মানুহ এজন আহিল আৰু তেওঁ মটৰুক ক'লে, "বৰ দুখৰ কথা, পুলিচে ফুলচনক গেপ্তাৰ কৰিলে।"

খবৰটো শুনি মটৰু চক খাই উঠিল আৰু লগে লগে বাহিৰলৈ ওলাই আহিল। বাহিৰত গাঁৱৰ অনেক মানুহ ৰৈ আছিল । সকলোৰে মনত দুশ্চিন্তা আৰু উদ্বিগ্নতাৰ চিন। তাৰে এজনে ক'লে "ফুলচনৰ বাপেকে খবৰ পঠিয়াইছে আজি দুপৰীয়া ফুলচনক পুলিছে গ্ৰেপ্তাৰ কৰি লৈ গ'ল । সিহঁতে তাক গ্ৰেপ্তাৰ কৰিবলৈ চমন জাৰি কৰাৰ পিছৰে পৰা পুলিছে বিচাৰি ফুৰিছিল । ৰোগত ভুগি থকা তাৰ মাকক চাবলৈ সি ঘৰলৈ গৈছিল আৰু পুলিচে তাক ঘৰতেই গেপ্তাৰ কৰে । শুনিলোঁ দীয়ৰৰ হাবিত জমিদাৰৰ মানুহক মাৰধাৰ কৰাত জমিদাৰে তাৰ বিৰুদ্ধে এজাহাৰ দি থৈছিল ।"

কথাটো শুনি সকলো মানুহ স্তব্ধ হ'ল। জমিদাৰে যে কিবা এটা কৰিব সকলোৱে সন্দেহ কৰিছিল কিন্তু ইমান সোনকালে যে কৰিব কোনেও ভবা নাছিল । কিছুপৰ চিন্তা কৰি মটৰুৱে ক'লে, "সকলোবোৰ নাও এই পাৰলৈ আজিৰ ভিতৰতে আনিব লাগিব। সিপাৰত এখনো নাও নাথাকিব। জৰুৰী অৱস্থাত ই পাৰৰ পৰা সিপাৰলৈ যাবলৈ দুখনমান নাও তৈয়াৰ ৰাখিব লাগিব । সকলোকে কৈ দিবা ইয়াৰ পৰা প্ৰধান গাঁৱলৈ যেন কোনো মানুহ নেযায়। সকলোৱে লাঠিবোৰ তৈয়াৰ কৰি থবা। সকলোকে ক'বা যেন সকলো সতৰ্ক থাকে। সিপাৰৰ খবৰ আনিবৰ কাৰণে এখন নাও সিসবন ঘাটৰ ওচৰলৈ পঠাই দিয়া...... । এতিয়া ফুলচনৰ ঘৈনীয়েক আৰু ল'ৰা-ছোৱালীবোৰ ক'ত আছে?"

"নিজৰ পঁজাত। সকলোৱে কান্দি কাটি আছে," এজনে ক'লে।

"ব'লা আমি তালৈ যাওঁ, বুলি কৈয়েই মটৰুৱে ফুলচনৰ নৈৰ পাৰৰ পঁজাটোৰ

পিনে খোজ ল'লে আৰু তাৰ লগত গাঁৱৰ মানুহবোৰো গ'ল । গৈ থাকোতে মটৰুৱে ক'লে, "সিসবন ঘাটলৈ যিটো মানুহ যাব সাহসী আৰু সতর্ক মানুহ হব লাগিব। গাঁৱতো সকলো মানুহ সতর্ক থাকিব লাগিব। জমিদাৰ বোৰে এতিয়া জুইৰ লগত খেলিবলৈ মন কৰিছে, সেই জুই কুৰা আমি এতিয়া ভালকৈ জ্বলাব লাগিব।"

# সোতৰ

পিচদিনা সকলো খেতিয়কে লৰালৰিকৈ তেওঁলোকৰ নৈৰ পাৰৰ পামঘৰবোৰ এটা এটাকৈ তুলি নি হাবিৰ মাজত সাজিলে। নৈৰ পাৰত হাতত লাঠি লৈ ডেকাবোৰে পহৰা দিলে। খবৰ পালে সিহঁতৰ আচল গাওঁ দীয়ৰলৈ প্ৰত্যেকদিনে পুলিচ আহি পাক এটা মাৰি যায়। কিন্তু সকলো খেতিয়ক নিশ্চিত আছিল যে পুলিচে সিহঁতৰ চুলি এডালো স্পর্শ কৰিব নোৱাৰে। সকলো খেতিয়ক সতর্ক থাকিল। কোনো খেতিয়ক তীৰৱাৰী গাঁৱলৈ নগ'ল আৰু আৱশ্যকীয় বস্তুবোৰ নৈৰ সিপাৰে থকা বিহাৰৰ সৰু চহৰখনৰ পৰা আনিলে। গাঁৱলৈ সদায় পুলিচ অহাৰ কাৰণে পৰিবেশটো অলপ গম্ভীৰ হ'লেও মানুহবোৰৰ দৈনন্দিন জীৱন আগৰ দৰে চলিবলৈ ধৰিলে, আগৰ দৰেই নৈৰ সোঁত বৈ থাকিল, আগৰ দৰেই ফিৰ ফিৰিয়া বতাহ বৈ থাকিল, আগৰ দৰেই বতাহত পথাৰত থকা ধান গছৰ আগবোৰ ঢৌৰ নিচিনাকৈ কঁপি থাকিল।

কিন্তু গাৱঁৰ মানুহৰ দৈনন্দিন জীৱনলৈ কোনো পৰিৱৰ্ত্তন নাহিলেও কেতিয়াও মনলৈ দুশ্চিন্তা নহা মটৰুৰ মনলৈ বৰ দুশ্চিন্তা আহিল। ভনীয়েকৰ বিয়া। যদি শুভ কাৰ্য্যত হঠাতে কিবা বাধা আহে, যদি বিয়াখন নহয়, সি তাৰ অতি মৰমৰ হীৰামনক মুখখন কেনেকৈ দেখুৱাব? আজি কালি আই গঙ্গাৰ প্ৰতি তাৰ শ্ৰদ্ধা আৰু ভক্তি আগতকৈ অনেক বাঢ়িল। উঠোতে বহোঁতে, খাওঁতে শোওঁতে তাৰ মুখত এষাৰ কথাই শুনা গ'ল " আই , তোমাক কাকুতি কৰিছোঁ মোৰ নাওখন পাৰত লগাই দিয়া! মোৰ ভনীৰ........ "

জীয়েক আৰু ভনীয়েকৰ দায়িত্ব যে কিমান ডাঙৰ আৰু গধুৰ মটৰুৱে জীৱনত প্ৰথম উপলব্ধি কৰিলে। সি খোৱা বোৱা প্ৰায় এৰি দিলে আৰু খাবলৈ দিলে ঘৈণীয়েকক কয়, "খাবলৈ একেবাৰে ইচ্ছা নাই, দুই এদিনৰ ভিতৰতে ভনী গুচি যাবগৈ, যোৱাৰ পিচত উদং আৰু মৰামুৰা এই ঘৰখনত থাকিম কেনেকৈ?"

"তেন্তে যাবলৈ দিছা কিয়?" ঘৈণীয়েকে উপহাস কৰি সোধে।

"তাৰ উত্তৰ তোমাক কি দিম?" বুলি কৈ সি 'ৰঘুকুল ৰীতি সদা আহিছে চলি' বুলি গুণ গুণাই তাৰ পৰা আঁতৰি যায় আৰু কয়, " আই তোমাক কাকুতি কৰিছো, মোৰ

নাওখন পাৰত লগাই দিয়া! আই, মোৰ .....”

পুতেকৰ কাকুতি মাকৰ কাণত পৰিল। এদিন সেই শুভক্ষণ আহিল আৰু সন্ধিয়া দৰাক লৈ দৰা ঘৰীয়া মানুহ আহি সিসবন ঘাটত নাৱৰ পৰা নামিল। দৰা, পুৰোহিত আৰু পাঁচজন দৰাঘৰীয়া মানুহ। কোনো গান বাজনা নাই, ঢোলৰ শব্দ নাই। যেন নাৱত অহা সাতজন সাধাৰণ যাত্ৰী নাৱৰ পৰা নামিল।

কিন্তু জাওবনত থকা খেতিয়ক সকলৰ ঘৰত গোটেই ৰাতিটো গান বাজনা চলিল। সকলোৱে আহি মটৰুৰ ঘৰত ভিৰ কৰিলে। মাইকী মানুহবোৰে বিয়া নাম গালে আৰু মতাবিলাকে সমস্বৰে মঙ্গলগীত গালে। ঢুলীয়াই ঢোল বজালে আৰু পেঁপা বজাওতাই পেঁপা বজালে। পুৰোহিতে হোমৰ কাষত মন্ত্রোচ্চাৰণ কৰি বিয়াৰ মাঙ্গলিক কাৰ্য্য সম্পাদন কৰিলে আৰু শেহত মটৰুৱে কন্যাদান কৰিলে।

যেতিয়া চৰাইৰ চী-চিয়নীয়ে প্ৰভাতৰ জাননী দিলে, কইনাৰ বিদায়ৰ সময় কায চাপি আহিল।

কইনাই লখনাৰ মাকক সাৱটমাৰি ধৰি যেনেকৈ কান্দিলে তেনেকৈয়ে কেইবছৰ মানৰ আগতে তাই মাকৰ পৰা বিদায় লওঁতে কান্দিছিল। বিদায়ৰ সময়ত এদিন তাই যেনেকৈতাইৰ ককায়েকৰ লৰাদুটাক চুমা খাইছিল, লক্ষ্মণ আৰু তাইৰ ভায়েককো তেনেকৈয়ে চুমা খা'লে। মটৰু লক্ষ্যহীন ভাৱে ইফালে সিফালে অহা যোৱা কৰি থাকিল। তাৰ বুকুখন ধিপ্‌ধিপাবলৈ ধৰিলে। যেতিয়া তাৰ ভনীয়েকে তাৰ ভৰিত ধৰি কান্দিবহি তেতিয়া সি কি কৰিব ভাবি গুণি একো নাপালে।

শেহত বিদায়ৰ সময় হ'ল আৰু গৰু গাড়ী এখন পদূলি মূৰত ৰ'লহি। গাড়ীত উঠাৰ আগতে মটৰুৰ ওচৰলৈ গৈ কইনাই তাৰ ভৰি দুটাত খামোচ মাৰি ধৰি সৰু ছোৱালী এজনীৰ দৰে কান্দিবলৈ ধৰিলে। ভৰি দুটা এৰি নিদিয়া দেখি লখনাৰ মাকে তাইক তুলি থিয় কৰাবলৈ চেষ্টা কৰিলে কিন্তু কোনো মতেই নোৱাৰিলে। মটৰু এটা মূৰ্ত্তিৰ দৰে থিয় হৈ ৰ'ল। তেতিয়া তাৰ অন্তৰত কান্দোনৰ যি ৰোল উঠিছিল কোনেও নুশুনিলে।

যেতিয়া সি তললৈ চাপৰি ভনীয়েকক তুলি ধৰিলে তাৰ চকুৰ পৰা ধাৰাসাৰে চকুলো বাগৰি আহিল। তাৰ কান্ধত মূৰটো থৈ ভনীয়েকে উচুপি সুধিলে, “দাদা, তুমিও আমাৰ লগত নাযাবা জানো?”

“ভনীটি, তুমি কি সুধিছা?” লখনাৰ মাকে লগে লগে মাত লগালে “ককাইদেৱৰাৰ ওপৰত পুলিচৰ চমন আছে।”

“কি ? ” কইনাই ব্যাকুল হৈ ক'লে, “ দাদা, তুমি ইমান ডাঙৰ কথাটো এতিয়াও মোক কোৱা নাই!”

“ভনীটি জমিদাৰ বোৰে পুলিচক ভেঁটী দি মিছা অপৰাধত চমনখন বাহিৰ কৰিছে সঁচা কিন্তু যোৱা বাৰৰ নিচিনাকৈ এইবাৰ মোৰ একো হানি কৰিব নোৱাৰিব। গতিকে একো চিন্তা নকৰিবি। মই এতিয়া তহঁতৰ লগত নগ'লেও সোনকালেই যাম।”

"দাদা, নিশ্চয় আহিবা। ভনীয়েৰাক পাহৰি নাযাবা। মা,দেউতা, ককাই, ভনী সকলোকে হেৰুৱাই তোমাক আৰু নবৌক পাইছো, তোমালোকে যদি মোক পাহৰি যোৱা কেনেকৈ জীয়াই থাকিম?"

"ভনীটি, সেই কথাটো কেতিয়াও মনলৈ নানিবি। তোক পাহৰি আমিয়েই বা কেনেকৈ জীয়াই থাকিম? তই সাহসেৰে কামবোৰ কৰিবি, সাহস থাকিলেতোক কোনেও একো কৰিব নোৱাৰে। তহঁত দুয়োটাৰে মঙ্গল কামনা কৰোঁ, আশীৰ্বাদ দিছো তহঁতৰ বৈবাহিক জীৱন সুখৰ হওক...." কৈ থাকোতে আৱেগত মটৰুৰ কণ্ঠৰোধ হল, কব নোৱাৰি তলমূৰ কৰি সি তাৰ পৰা আঁতৰি গ'ল।

মটৰুৱে ঘাটলৈকে গোপীক অনেক উপদেশ দি গ'ল। গোপীয়ে ঘৰ পাই সাহসেৰে কাম কৰিব বুলি মটৰুক আশ্বাস দিলে। কিন্তু মটৰুৱে ভৰসা পালে ক'ত? তাৰ কাণত এষাৰ কথা বাজি থাকিল, 'তোমাৰ ওপৰত যিমান ভৰসা, সিমান ভৰসা তেওঁৰ ওপৰত নাই'।

নাও এৰি দিলে। মটৰু, তাৰ ঘৈণীয়েক, লগৰ অনেক খেতিয়ক আৰু সিহঁতৰ ঘৈণীয়েক হঁতে পাৰত থিয় হৈ গোগী আৰু কইনাক চকুৰে মনিব পৰালৈকে চাই ৰ'ল। নাওখন যোৱাৰ পিনে দূৰৰ আকাশলৈ চাই অলপ পিচতে ধুমুহা হ'ব পাৰে বুলি মটৰুৱে সন্দেহ কৰিলে। সিহঁতৰ লগত তাৰ যোৱাটোযে উচিত আছিল সেই কথাটো বাৰে বাৰে তাৰ মনত খেলিবলৈ ধৰিলে।

* * *

ঘৰলৈ ঘূৰি আহি সি বেজাৰ মনেৰে তাৰ কোঠাত বহি থাকিল। ৰাতিপুৱাৰ কোমল ৰ'দতো যেন বিষাদৰ ছাঁ সনা আছিল, ৰিব্ ৰিব্কৈ বোৱা পাতল বতাহতো যেন বিষাদৰ সুৰ বাজি উঠিছিল। তাৰ ঘৈণীয়েকৰ মনটোও মৰা। তেৱোঁ ঘৰৰ এচুকত মন মাৰি বহি থাকিল। গাখীৰৰ কঁৰীয়াটোৰ ওপৰত মাখিয়ে ভেন্ ভেন্ কৰিছিল কিন্তু তালৈ তেওঁৰ লক্ষ্য নাছিল। মটৰুৰ অন্তৰত বেদনাৰ সীমা নাছিল। তাৰ কান্দিবৰ ইচ্ছা গ'ল জানোচা কান্দিলে মনৰ দুখ পাতল হয়। তাৰ মনত মাত্ৰ এটা চিন্তাই বাৰে বাৰে পীড়া দিবলৈ ধৰিলে সি ভনীয়েকৰ লগত নগ'ল কিয়?

অনেক পৰৰ পিচত তাৰ ঘৈণীয়েক বহাৰ পৰা উঠিল। এনেকৈ বহি থাকিলে কাম পৰি আছে। তেওঁ গিৰিয়েকৰ ওচৰলৈ আহি ক'লে, "এনেকৈ বহি থাকিলে হ'ব জানো? বেলি মূৰৰ ওপৰ পালেহি। মুখখন ধুই নৈত গা ধুই আহা।' এনেকৈ কিমান পৰ থাকিবা?"

"যাম," মটৰুৱে অন্যমনস্কহৈ উত্তৰ দিলে। তাৰ পিচত অলপ ৰৈ ক'লে, "ভনীৰ লগত যোৱাটো মোৰ একান্ত উচিত আছিল। তাইক যদি শহুৰেক শাহুৱেকে বেয়া ব্যৱহাৰ কৰে?

"কিয়, গোপী মতা মানুহ নহয় জানো?" ঘৈণীয়েকে লগে লগে মন্তব্য কৰিলে, "তুমি মিছাই চিন্তা কৰিছা। এতিয়া উঠা আৰু যোৱা।"

"মতা মানুহ হ'লে কি হ'ব? পুতেকে মাক বাপেকক অশ্ৰদ্ধা কৰিব নোৱাৰে। মোৰ ভয় হৈছে যদি গোপীৰ দুৰ্ব্বলতাৰ সুবিধা লৈ তাৰ মাক বাপেকে মোৰ ভনীক অপমান কৰে? বুইছা, লখনাৰ মাক, মই সিহঁতৰ লগত নগৈ বৰ ডাঙৰ ভুল কৰিলোঁ।"

"কিবা বেয়া খবৰ থাকিলে আমি নিশ্চয় পাম। তুমি বেচিকৈ চিন্তা কৰি মন বেয়া নকৰিবা। এতিয়া উঠা আৰু গা ধুই আহা। দুপৰীয়া হ'লহি, ঘৰখনৰ সকলো কাম পৰি আছে," কৈ তেওঁ ভিতৰলৈ গ'ল আৰু ধুতি আৰু গামোছাখন আনি গিৰিয়েকৰ হাতত দিলে।উঠো নুঠোকৈ উঠি মটৰুৱে নৈৰ পিনে খোজ ল'লে।

নৈত গা ধুই মটৰুৱে আনন্দ নাপালে। তাৰ আই গঙ্গাৰ জল স্পৰ্শ কৰি সি আগতে মনত যিমান আনন্দ পাইছিল সেই জলে আজি প্ৰথম বাৰ তাক সিমান আনন্দ দিব নোৱাৰিলে। তাৰ এনেকুৱা লাগিল যেন আজি আই গঙ্গাও তাৰ নিচিনা বিমৰ্ষ আৰু মনমৰা। তেওঁৰ সোঁতত সেই আগৰ ফুৰ্ত্তি আৰু আনন্দ নাই, তেওঁৰ উচ্ছল তৰঙ্গত দেখি মন নাচি উঠা সেই আগৰ আলোড়ন নাই। বীন খনৰ তাঁৰ দাল ক'ৰবাত ঢিলা হৈছে, সাজ-পাৰত ক'ৰবাত খুঁত আছে।

'দাদা তোমাৰ ওচৰত থাকিলে মোৰ মনলৈ অলপো ভয় নাহে..... তালৈ ঘূৰি গ'লে মই যি ঘৃণনীয় ব্যৱহাৰ পাম সেই কথা ভাবিলে মোৰ সৰ্ব্ব শৰীৰ কঁপি উঠে ..... তুমিও তাত আমাৰ লগত কিছুমান দিন থাকিবানে?..... তোমাৰ ওপৰত মোৰ যিমান ভৰসা আছে সিমান ভৰসা তেওঁৰ ওপৰত নাই.... ' এই কথাবোৰ মটৰুৰ কাণত বাৰে বাৰে বাজিবলৈ ধৰিলে। তাৰ এনেকুৱা লাগিল সি জানি শুনিও তাৰ মৰমৰ ভনীয়েকক অকলে সেই ঘৃণনীয় পৰিস্থিতিৰ মাজলৈ পঠাই দিলে। তাৰ মনটোৱে হাহাকাৰ কৰি উঠিল। কিয় সি সিহঁতৰ লগত নগ'ল? কিয় তাইক জোৰ কৰি পঠাই দিলে? গোপীয়ে তাইক সেই অপযশৰ পৰা ৰক্ষা কৰিব পাৰিবনে? কিয় সি তাইৰ লগত বিশ্বাসঘাতকতা কৰিলে?

পুলিচৰ চমন? তালৈ সি ভয় নকৰে। তাক পুলিচে লৈ গ'লেও বাকী খেতিয়কবিলাকে পৰিস্থিতিটো চম্ভালিব পাৰিব। এতিয়া সিহঁত আগৰ নিচিনা হৈ থকা নাই। কিন্তু, তথাপিও সিহঁতক ৰক্ষা কৰাৰ তাৰ কৰ্ত্তব্য আছে। এতিয়া সি দুটা কৰ্ত্তব্য পালন কৰিব লাগিব। এটা হ'ল খেতিয়ক সকলক নিষ্ঠুৰ আৰু অত্যাচাৰী জমিদাৰৰ কবলৰ পৰা মুক্ত কৰা আৰু আনটো তাৰ নিৰপৰাধী অসহায়া ভনীয়েকক আততায়ীৰ হাতৰ পৰা মুক্ত কৰা, অকল তাৰ ভনীয়েকেই নহয় তাইৰ বাহিৰেও তাইৰ নিচিনা হাজাৰ হাজাৰ নিৰ্দোষ আৰু অসহায়া ছোৱালীৰ মুক্তিৰ পথ মুকলি কৰা।

গা ধুই ঘৰলৈ নগৈ মটৰু নৈৰ পাৰতে বহি পৰিল। তাৰ মনলৈ নানা দুশ্চিন্তা আহি

তাক বিমৰ্ষ কৰি তুলিলে। এনেতে পূজনে আহি মাত লগালে, "ভিনদেউ, ইমান পৰ হ'ল তুমি ঘৰলৈ ঘূৰি যোৱা নাই কিয়? তোমাক নিবলৈ বাইদেৱে মোক পঠাই দিছে?" কৈ পূজনে সম্মুখত পৰিথকা ভিনিহিয়েকৰ তিতা চুৰিয়াখন তুলি ল'লে।

মটৰু বহাৰ পৰা উঠিল আৰু দুয়ো ঘৰমুৱা হ'ল। গৈ থাকোতে মটৰুৱে সুধিলে, "পূজন, তোমাক কথা এটা সোধোনে?"

"কি কথা? সোধা।"

"যদি মই নাথাকো তোমালোকে সকলো কাম চম্ভালিব পাৰিবানে?"

"কিন্তু তুমি নাথাকিবা কিয়? আই গঙ্গাই তোমাক এৰি দিব পাৰিবনে? কেতিয়াও নোৱাৰে।"

"নোৱাৰে মযো জানো। কিন্তু ধৰিলোৱা মই যদি নাথাকো?"

"বাঃ মই ধৰি ল'ম কেলেই?"

"কিয় মই এবাৰ আই গঙ্গাক এৰি যোৱা নাছিলো আৰু আই গঙ্গাযো জানো মোক এৰি দিয়া নাছিল? তেনেকৈয়ে ...."

"ভিনদেউ, তেতিয়াৰ কথা বেলেগ আছিল, তেতিয়া তুমি অকলে আছিলা। এতিয়া তুমি অকলশৰীয়া নোহোৱা, এতিয়া তোমাৰ কাৰণে প্ৰাণ দিবলৈ শ শ ডেকা ল'ৰা সাজু আছে। তোমাৰ কাৰণে মোকে লৈ তেওঁলোকৰ প্ৰাণ গুচি যাব পাৰে কিন্তু আমি জীয়াই থাকোতে কোনেও তোমাৰ চুলি এডালো স্পৰ্শ কৰিব নোৱাৰিব। তুমি যে আই গঙ্গাৰ পাৰৰ এই বিশাল পথাৰ খনৰ প্ৰাণ।"

"বাৰু, সেইটো মানি লৈছো, কিন্তু ....'

"ভিনদেউ, ইয়াত কিন্তু কোনো প্ৰশ্নই নুঠে। এইবাৰৰ পৰিস্থিতি আগৰ বাৰৰ নিচিনা নহয়। সময় বদলি হৈছে।"

"এঃ, তোমাৰ লগত কথা কোৱাই মস্কিল। ধৰি লোৱা মই মৰিলোঁ?'

"ভিনদেউ!" পূজনে চিঞৰি উঠিল, "তুমি এনে অমঙ্গলীয় কথা কেতিয়াও উচ্চাৰণ নকৰিবা। তোমাক মই মিনতি কৰিছোঁ।"

মটৰুৱে অলপপৰ নীৰৱে থাকি পিচত গম্ভীৰ স্বৰত কলে, "শুনা পূজন! আই গঙ্গা, ইয়াৰ পাৰৰ বিশাল পথাৰ খন, ইয়াৰ বতাহ, ইয়াৰ পানী, জাও গছৰ হাবি আৰু মোৰ সহকৰ্মী খেতিয়ক সকলক মই মোৰ পত্নী আৰু ল'ৰা দুটাৰ সমান ভালপাওঁ বৰঞ্চ তাতকৈ বেচিহে। আজি মোৰ মনত এটা প্ৰশ্ন উদয় হৈছে। যদি মই নাথাকো, এই অসৎ আৰু অত্যাচাৰী জমিদাৰ বোৰে অন্যায় ভাৱে আই গঙ্গাৰ পাৰৰ মাটি খিনি হস্তগত কৰি খেতিয়ক সকলক তলতীয়া কৰিব নোৱাৰিবতো?

"নোৱাৰে, নোৱাৰে, ভিন্‌দেউ," পূজনে চিঞৰি উঠিল, "যদি তোমাৰ মনলৈ তেনে সন্দেহ আহিছে, তেন্তে শুনি লোৱা খেতিয়ক সকলে তেওঁলোকৰ গাত শেষ বিন্দু তেজ

থাকে মানে যুঁজি এই মাটি খিনি ৰক্ষা কৰিব। ভিনদেউ, পাৰ হৈ যোৱা দিনবোৰ কেতিয়াও ঘূৰি নাহে আৰু তেনেকৈ জমিদাৰহঁতৰ উঘালি পৰা গছ মাটিত পুতিলে আকৌ নিজীয়ে। আমাৰ বল দিনে দিনে বাঢ়িছে, আমাৰ সংখ্যাও দিনে দিনে বেচি হৈছে। দিন বদলি হৈছে, খেতিয়ক সকলো বদলি হৈছে। তেওঁলোকৰ প্ৰত্যেক জনৰ মনত এতিয়া একোজন মটৰু হ'বৰ আকাঙ্খা জাগিছে আৰু তাৰ বাবে সাজুও হৈছে। তুমি একো চিন্তা নকৰিবা, ভিনদেউ!"

"চাবাইচ!" মটৰুৱে পূজনৰ পিঠিত চপৰিয়াই ক'লে, " আজি মই খুচি হৈছোঁ, বৰ খুচি হৈছো পূজন! এনেকুৱাই হোৱা উচিত, এনেকুৱা হোৱাটোকে মই সদায় আশা কৰি আহিছো।"

মটৰুৰ মুখৰ পৰা বিষাদৰ ছা আঁতিৰি গ'ল। মুখৰ চেহেৰা আগৰ নিচিনা হ'ল, চকুদুটা আগৰ নিচিনা উজ্জ্বল হ'ল।

কিন্তু ঘৰত ভৰি দিয়াৰ লগে লগে সি আকৌ মনটো মাৰি পেলালে তাৰ মুখখনত বিষাদৰ ছাঁ বিৰিঙি উঠিল।

ঘৈণীয়েক লোটাটো তাৰ হাতত দি ক'লে, "হাত মুখ ধুই ভাত খোৱাহি আহা। মই ভাত বাঢ়ি থৈছো।" খাবলৈ বহি মটৰুৱে ঘৈণীয়েকক ক'লে, "লখনাৰ মাক, খাবলৈ একেবাৰে মন যোৱা নাই।"

"কিয় মন যাব? তোমাৰ হীৰামনৰ কথা মনত পৰিছে নহয় জানো? "ঘৰখন উদংকৰি গুচি গ'ল!"

"যোৱাৰ কাৰণে চিন্তা কৰা নাই। বাপেক মাকৰ ঘৰত ছোৱালী সদায় নাথাকে।"

"তেন্তে কি চিন্তা কৰিছা?" ঘৈণীয়েকে ঘৰৰ পৰিৱেশটো সহজ আৰু স্বাভাৱিক কৰিবলৈ হাঁহি সুধিলে।

"কোনে জানে এতিয়া তাইৰ সময়বোৰ কি ভাবে পাৰ হৈ গৈছে? এতিয়ামানে নিশ্চয় ঘৰ পালে গৈ।"

"সময় আৰু কেনেকৈ পাৰ হ'ব? স্বামী স্ত্ৰী সুখী, সকলো সুখী। সেই সুখক কোনে আঁতৰাব পাৰে?"

"তুমি নাজানা লখনাৰ মাক সেই সমাজখন বৰ নিষ্ঠুৰ আৰু দয়ামায়াহীন সমাজ। ৰীতি নীতিৰ হকে সেই সমাজখনে অতি নিষ্ঠুৰ আৰু মনুষ্যত্বহীন কাম কৰিব পাৰে। সেই সমাজখনে এতিয়ালৈকে কিমান গোপীৰ জীৱন ধ্বংস কৰিছে, ভনীৰ নিচিনা কিমান ভনী ছোৱালীক বলিশালত বলি দিছে তাৰ সংখ্যানাই। আচলতে, গোপীৰ মনটোও দুৰ্ব্বল, নহ'লে সিহঁতৰ ঘটনাটো ইমান দীঘল হ'বলৈ নাপালেহেঁতেন। তাক তুমি সংযোগ ক'ব পাৰা যে গোপী সেই সময়ত কুঁৱাটোৰ ওচৰত আছিল নহ'লে ভনীয়ে সেই ৰাতিয়েই সংসাৰৰ পৰা বিদায় ললেহেতেন আৰু আমাৰ ঘৰত তাইক কেতিয়াও দেখিবলৈ নাপালাহেতেন। ভাবিছো যিদিনা গোপীৰ মাকে বৌয়েকক অতি ঘৃণনীয় ভাষাৰে গালি পৰিছিল সেইদিনাই যদি সি বৌযেকৰ হাতত ধৰি মাক বাপেকৰ আগত থিয় হ'লহেঁতেন

তেওঁলোকে মান্তি হোৱাৰ বাহিৰে আন কি কৰিলেহেঁতেন ?কিন্তু সি সেইটো কৰিব নোৱাৰিলে। এবাৰ যদি এটা মতামানুহৰ ওপৰত এজনী মাইকী মানুহৰ বিশ্বাস আঁতৰি যায় তাক ঘূৰাই পোৱা বৰটান।সেই কাৰণে ভনীয়ে কৈছিল তোমাৰ ওপৰত মোৰ যিমান বিশ্বাস আছে সিমান বিশ্বাস তেওঁৰ ওপৰত নাই।"

"তেন্তে তোমাৰ ওপৰত থকা বিশ্বাসৰ ওপৰতেই তাই গোটেই জীৱনটো কটাই দিব নেকি?" ঠাট্টাৰ সুৰত ঘৈণীয়েকে সুধিলে।

"কোনে কাৰ বিশ্বাসৰ ওপৰত জীৱনটো কটাব তাক সময়ে ক'ব। এই সময়ত তাইৰ মোৰ ওপৰত থকা বিশ্বাসৰ একান্ত প্ৰয়োজন আছিল কিন্তু নাপালে। গতিকে লাহে লাহে সেই আৱশ্যকতাও কমি যাব আৰু এদিন তাই নিজেই নিজকে চম্ভালি ল'ব।"

"ভাল কথা। এতিয়া তুমি ভাত খোৱা," ঘৈনীয়েকে গিলাচত গৰম গাখীৰ খিনি ঢালি ক'লে,। "মই যিমান পাৰো তাইৰ কাৰণে কৰিছিলো। সম্বন্ধ নথকা এজনী ছোৱালীৰ কাৰণে তাতকৈ বেচি আৰু কি কৰিব পাৰিলোহেতেন? তুমিয়েই কোঁৱা।"

মটৰুৱে ঘৈণীয়েকৰ কথাষাৰ ভাল নাপালে। কিন্তু মনৰ অসন্তুষ্টি প্ৰকাশ নকৰি মৰমৰ মাতেৰে ক'লে, " লখনাৰ মাক, মই জানো মোক আৰু ল'ৰা দুটাক তুমি যিমান ভালপোৱা আন কাকো নোপোৱা। মই এইটোও জানো যে ভনীক মই মৰম কৰাৰ কাৰণেহে তুমিও কৰিছিলা। সেইবাবে তোমাক দোষ নিদিওঁ কাৰণ কোনো পত্নীয়ে এজনী সম্বন্ধ নলগা মাইকীমানুহক স্বামীয়ে মৰম কৰাটো পছন্দ নকৰে। সেইটো তোমালোকৰ প্ৰকৃতি। কিন্তু এটা কথা তুমি নিশ্চয়কৈ জানিবা ভনীক মই নিজৰ ভনী বা ছোৱালীৰ নিচিনাকৈয়ে মৰম কৰোঁ, সেই মৰম এজনী অসহায়া ছোৱালীৰ দুখ দেখি তাইৰ প্ৰতি মনলৈ অহা সহানুভুতিৰ পৰা জন্ম হোৱা মৰম। গোপীৰ বাহিৰে তাইৰ আপোন কোনো নাই আৰু গোপীয়ে মোক তাৰ ককায়েকৰ নিচিনাকৈ শ্ৰদ্ধা কৰে। গতিকে ভনীৰ প্ৰতি মোৰ মৰম কি ধৰণৰ হ'ব পাৰে তুমি অনুমান কৰিব পাৰিবা।"

মটৰুৱে ইমানখিনি কথা ক'ব বুলি ঘৈনীয়েকে আশা কৰা নাছিল। গহীন পৰিবেশটো সহজ কৰিবৰ কাৰণে তেওঁ ক'লে, "সেইবোৰ এতিয়া বাদ দিয়া আৰু খোৱা। তোমাৰ নিশ্চয় বৰ ভোক লাগিছে।"

খাবলৈ ইচ্ছা নথকা সত্বেও মটৰুৱে কাঁহীত থকা গোটেই ভাতখিনি খালে। আধা খোৱাকৈ উঠি ঘৈনীয়েকৰ মনত দুখ দিবলৈ তাৰ ইচ্ছা নহ'ল।

বাহিৰৰ কোমল ৰ'দত খাট এখন পাৰি ঘৈণীয়েকে তাতে গুড়গুড়ীটো থলে আৰু তাতে বহি মটৰূৱে হুঁপিবলৈ ধৰিলে। হুঁপি থাকোতে তাৰ মনলৈ নানা চিন্তা আহিল আৰু গোটেই ৰাতিটো উজাগৰে থকাৰ কাৰণে অলপ পিচতে টোপনি আহিল আৰু সি শুই পৰিল। ঘৈনীয়েকে তাৰ গাৰ ওপৰত চাদৰ এখন দিলে। আবেলি হ'ল। ক'ৰবাৰ পৰা ভাটৌ এটা উৰি আহি মটৰুৰ মূৰৰ ওচৰতে বৰ বেদনাদায়ক স্বৰত টেঁ টেঁ কৈ চিঞৰি উৰি গ'ল। মটৰুৱে এটা সপোন দেখিছিল। ভাটৌটোৰ মাতত তাৰ টোপনি ভাগি গ'ল

আৰু টোপনি জালতে সি চিএঞৰি উঠিল, "পূজন! পূজন!"

তাৰ মাত শুনি পূজন লৰি আহিল আৰু সি অধৈৰ্য্য হৈ ক'লে, "ভিনদেউ, এইমাত্ৰ ডাঙৰ ধুমুহা আহিব। উত্তৰ পিনে আকাশখন কলা হ'ল!"

ভাটৌৰ টেঁ টেঁ মাতটো তেতিয়াও আকাশৰ পৰা ভাঁহি আহিছিল। মটৰুৱে আকাশলৈ চাই উত্তৰ পিনে ইতিপূৰ্বেই ধুমুহা আৰম্ভ হ'ল বুলি জানিব পাৰি ব্যাকুল হৈ ক'লে, "পূজন! মোৰ ভনীক ধুমুহাই পালে! তাইৰ চিএঞৰ তুমি শুনি পোৱা নাই জানো?" কৈয়েই মটৰু সিসবন ঘাটৰ পিনে লৰ মাৰিলে।

দুৱাৰমুখত থিয় হৈ ঘৈনীয়েকে চিএঞৰি উঠিল "কলৈ গৈছা?"

পূজনেও চিএঞৰি উঠিল, "ভিনদেউ, এই ধুমুহাত তুমি কলৈ গৈছা।"

মটৰুৱে দূৰৰ পৰাই চিএঞৰি উত্তৰ দিলে, এতিয়াই উলটি আহিম, কোনো চিন্তা নকৰিবা।" ধুমুহা আৰম্ভ হ'ল। বতাহৰ হো-হোৱনি কাণত পৰিল, আই গঙ্গাৰ ঢৌবোৰ থৌকি বাথৌ হ'ল, গছবোৰ ভাগি পৰিল আৰু কিছুমান পঁজাৰ চাল বোৰ বতাহে উৰুৱাই লৈ গ'ল।

ঘাটত মটৰুৱে নাৱৰীয়াক ক'লে, "নাও খোল, লৰালৰি কৰ!"

"পালোৱান ককাই, এই ধুমুহাত? তুমি কি কথা কৈছা?" নাৱৰীয়াটোৱে আচৰিত হৈ সুধিলে।

"কোনো ভয় নাই। মোৰ নিজৰ আইৰ হে ঢৌ! ব'ঠা ডাল মোক দে, তই চুপ-চাপ বহি থাক।"

নাও এৰি দিলে আৰু মটৰুৱে ব'ঠামাৰিলে। অলপ পিচতে থৌকি-বাথৌ হোৱা ঢৌৰ ওপৰত নাওখন অদৃশ্য হৈ গ'ল।

* * *

সন্ধিয়া গোপীৰ ঘৰৰ দুৱাৰমুখত থিয় হৈ যেতিয়া মটৰুৱে দদাইদেউ বুলি মাত দিলে তেতিয়া ধুমুহা বন্ধ হৈ গৈছে। বুঢ়াই মটৰুৰ মাতটো শুনিলে কিন্তু কোনো উত্তৰ নিদিলে। মটৰুৱে নিজে দুৱাৰ খন খুলি ভিতৰলৈ সোমাই গোপীৰ দেউতাকৰ ভৰি দুটা চুই প্ৰণাম কৰিলে।

বুঢ়া নিমাত!

"কিয় খং কৰিছা, দদাইদেউ? নতুন বোৱাৰী পছন্দ হোৱা নাইনে কি? তাই সাইলাখ তোমাৰ ডাঙৰ বোৱাৰীৰ নিচিনা নহয় জানো? মই তোমাক কৈছিলো নহয়।"

"মোৰ আগৰ পৰা গুচি যা!" বুঢ়াই খঙেৰে ক'লে।

"কেনেকৈ গুচি যাম, দদাইদেউ? মিতিৰৰ ঘৰলৈ আহি এনেকৈ গুচি যায় জানো?"

"মোৰ কটা ঘাত নিমখ সানিবলৈ নাহিবি। তোৰ কীৰ্ত্তি গোটেই গাওঁখনক ঢোল

পিটি শুনালি। আৰু বাকী থাকিল কি? তাৰ আগতে মোক মাৰি নেপেলালি কিয়?"

"তেনেকথা নকবা, দদাইদেউ! তুমি মোৰ সমান আয়ুস লৈ জীয়াই থাকা। সেইদিনা তুমিয়েইতো কৈছিলা 'তাইৰ কথা মনত পৰিলে মোৰ বুকু ফাটি যায়'.... 'পুতেকৰ মাক বাপেকতকৈ আপোন আৰু কোন আছে? .... আত্মীয় স্বজনে আমাক কেতিয়াও নাচায়... গতিকে এতিয়া তোমাৰ কলিজা শাঁত পৰা উচিত, এতিয়া তুমি জনা উচিত ল'ৰাৰ বাহিৰে তোমাৰ আন আপোন মানুহ জগতত কোনো নাই..."

"মনে মনে থাক। তহঁত সকলোৱে মিলি যে এনে পাগলামি কৰিবি মই কেতিয়াও ভবা নাছিলো।"

মটৰুৱে হাঁহি ক'লে, "আমি পাগলামি কৰা নাই, দদাইদেউ, কৰিছা তুমি আৰু কৰিছে তোমালোকৰ সমাজখনে। কচাইয়ে ছাগলী এজনীক বধ কৰাৰ নিচিনাকৈ তোমালোকৰ সমাজে অসহায়া আৰু নিৰপৰাধী ছোৱালী এজনীৰ প্ৰাণ ধ্বংস কৰিবলৈ যাওঁতে যি সেই ছোৱালীজনীৰ প্ৰাণ বঁচালে, সিহঁতৰ সেই উদ্ধাৰ কাৰ্য্যক তুমি পাগলামি বুলি ক'বানে?"

"তেন্তে তই সিহঁতক এই কথা কঁগে মোক নকবি, এতিয়া মোৰ ওচৰৰ পৰা যা।"

"সিহঁত ক'ত আছে?"

"এইখন ঘৰত নাই। মোৰ আন এখন এৰা বাৰীত থকা ঘৰটোত আছে?"

"এইখন ঘৰত নাই কিয়?" মটৰুৱে আচৰিত হৈ সুধিলে।

"মই জীয়াই থাকোমানে সিহঁতে এইখন ঘৰত ভৰি দিব নোৱাৰে।"

"তেন্তে সিহঁতৰ আন এখন ঘৰও আছে। সিহঁতে এৰা বাৰীত থাকিব কিয়? মই এতিয়াই সিহঁতক...."

"বাপেক পুতেকৰ কাজিয়াত তই ভাগ লবলৈ আহিছ কিয়? নাযাৱ কিয়?

"দদাইদেউ, এইখন বাপেক-পুতেকৰ কাজিয়া নহয়। এইখন গোটেই সমাজ আৰু তাৰ হাজাৰ হাজাৰ বিধৱাৰ মাজত লগা কাজিয়া। ইয়াৰ লগত মোৰ ভনীৰ জীৱনো লিপ্ত আছে"

"সি মোৰ ল'ৰা..."

"যাক তুমি ঘৰৰ পৰা বাহিৰ কৰিলা সি তোমাৰ ল'ৰা হৈ থকা নাই।"

"আঃ তোমালোকে কি হুলস্থূল কৰিছা' বুলি চিএঞৰি বুঢ়ী সোমাই আহিল।

"মোৰ বুকু খন গচকিবলৈ মটৰু আহিছে," বুঢ়াই খঙেৰে ক'লে।

"গোটেই গাওঁখনৰ মানুহে থুই পেলালে, বাকী আৰু কি থাকিল? "বুঢ়ীয়ে দুখ কৰি কলে।

"খুড়ীদেউ, মই তাক বন্ধ কৰিবলৈ আহিছোঁ।" "তই বন্ধ কৰিবৰ কোন? সিহঁতৰ বাপেক মাক মৰিল নেকি?" বুঢ়াই নিজৰ গালতে চৰ এটা মাৰি গৰ্জি উঠিল।

"মৰিল বুলি আজি, এইমাত্ৰ জানিব পাৰিলোঁ। নহলেনো সিহঁতক ঘৰৰ পৰা বাজ কৰি এৰাবাৰীত থাকিবলৈ দিয়েনে?"মটৰুৱে উত্তৰ দিলে।

"এৰাবাৰীত থাকে বুলি তোক কোনে ক'লে?"বুঢ়ীয়ে উৎসুক হৈ সুধিলে।

"দদাইদেৱে...."

"এওঁৰ কথা বাদ দে। আজি কালি এওঁ কি কয় নিজেই নাজানে। এই ফালে আহ বুলি কৈ বুঢ়ীয়ে মটৰুৰ হাতত ধৰি ভিতৰলৈ লৈ গৈ ফুচফুচাই ক'লে, "হাতেৰে মাখি খেদাব নোৱাৰি, এবাৰ খেদালে আকৌ আহে। একেবাৰে খেদোৱাৰ বেলেগ উপায় আছে। ল'ৰা-ছোৱালীহাল ঘৰত সোমোৱাৰ খবৰ পায়েই আত্মীয় স্বজন আৰু ওচৰচুবুৰীয়াবোৰ আহিল আৰু সিহঁতে নানা বেয়া কথা কৈ তিৰস্কাৰ কৰিবলৈ আৰম্ভ কৰাত বুঢ়াই সিহঁত দুটাক ঘৰ এৰি আমাৰ এৰাবাৰী খনত থকা ঘৰটোলৈ যাবলৈ কলে। কথাটো শুনি মোৰ বুকুখন হমহমাই গ'ল, মই কোনোমতেই সহিব নোৱাৰিলো। মানুহবোৰে আমাৰ ৰং চাইছিল। ইয়াতেই মোৰ চুলি পকিল, মই গাওঁখনৰ প্ৰত্যেকঘৰ মানুহৰ ভিতৰৰ লেতেৰা কথাবোৰ জানে। উপায়হীন হৈ সেইবোৰৰ বকলা মেলি মই প্ৰত্যেকঘৰ মানুহকে এফালৰ পৰা জাৰি পেলালোঁ। সিহঁতে আশা কৰা নাছিল, আৰু থতমত খাই এযাৰ কথাও উচ্চাৰণ নকৰি লাজত তলমূৰ কৰি চোৰৰ দৰে পলাই পত্ৰং দিলে। তুমিয়েই কোৱা ৰূপ আৰু গুণত কোনো বিধৱাই মোৰ বোৱাৰীক চেৰ পেলাব পাৰিবনে? কোনেও নোৱাৰে। আমি লুকুৱাই বিয়া কৰা নাই, সকলোকে জনাই সাহ কৰি বিয়াৰ আয়োজন কৰিছিলো। বিয়া খাবলৈ সিহঁত নাহিল কি হ'ল? মানি লৈছো সিহঁতে ভাল কাম কৰা নাই কিন্তু সেইবুলি সিহঁতক মাৰি পেলাম নেকি? ল'ৰাই সৰুৰে পৰা কৰা সকলো বেয়া কামৰ কাৰণে তাক ক্ষমা কৰি আহিলো যেতিয়া, এই বেয়া কামটোৰ বাবে ক্ষমা কৰাত দোষ কি? তাৰ বাবে কোনেওতো আমাৰ হাত দুটা নাকাটে। ঈশ্বৰে যি দাল মালা ডিঙিত পিন্ধাই দিলে সেইডাল মালা খুলি কেনেকৈ পেলাই দিম? মই সিহঁত দুটাক নিজে আদৰি আনি ঘৰত সুমুৱাইছিলো। এইখন সিহঁতৰ ঘৰ,ইয়াৰ পৰা কোনে সিহঁতক বাহিৰ কৰিব পাৰে? বুঢ়া হ'লো আমাৰ কোনো ঠিকনা নাই, আজি আছো কালিলৈ নাই। ভোগ কৰিবৰ কাৰণে সিহঁতৰ গোটেই জীৱনটো পৰি আছে। যেনেকৈ থাকিবলৈ ইচ্ছা কৰে তেনেকৈয়ে থাকক। তুমি আজি থাকিবাতো? বোৱাৰীয়ে তিলৰ লাডু কৰি থৈছে, ঘৰলৈ লৈ যাবা।"

মটৰুৱে চাপৰি বুঢ়ীৰ ভৰি দুটা ছুই প্ৰণাম কৰি আনন্দত অধীৰ হৈ ক'লে, "খুড়ীদেউ, তুমি কিমান ভাল! দদাইদেউ তো ...."

"তেওঁৰ খং এতিয়াও মাৰ যোৱা নাই....। লাহে লাহে সকলো ঠিক হৈ যাব। বাপেকে পুতেকক আৰু কিমান দিনলৈ খং কৰি থাকিব? তুমি হাত মুখ ধোৱা আৰু মই ভাত বাঢ়ি দিও খোৱা।"

"খুড়ীদেউ ভাত পিচত খাম। ইহঁত ক'ত আছে? মই কাইলৈ ধলপুৱাতে ঘৰলৈ উলটি যাম। আই গঙ্গাই মোক মাতিছে। ধুমুহাৰ মাজতে ঘৰ এৰিলো। ঘৰত সকলোৱে

চিন্তা কৰি আছে।”

এনেতে সেই কোঠাটোৰ লগতে সংলগ্ন আন কোঠাটোৰ দুৱাৰখন মেল খালে আৰু দুটা হাঁহি আৰু আনন্দৰ মূৰ্ত্তি ওলাই আহি দুয়ো মটৰুৰ ভৰি ছুই প্ৰণাম কৰিলে।

আনন্দত অধীৰ হৈ মটৰুৱে দুয়োটাৰে মূৰত হাত থৈ আশীৰ্ব্বাদ দিলে, “আই গঙ্গাই তোমালোকৰ বৈবাহিক জীৱন সুখৰ আৰু মঙ্গলময় কৰক। ভনী, তোৰ শিৰৰ সেন্দুৰ অক্ষয় হৈ থাকক।”

সেৱা কৰি উঠি তাৰ ভনীয়েকে ক'লে, “দাদা, মোক অপমানৰ পৰা বচাবলৈ মই আই গঙ্গাক মিনতি কৰি তেওঁলৈ চাদৰ এখন আগ কৰিছিলোঁ। নবৌক কৰা তেওঁ যেন চাদৰখন আইক দিয়ে।

□□

Lasertypeset at Chitrabon Printers, Guwahati - 781 003
and printed at The Central Electric Press, New Delhi - 110 028